# এমন হৃদয় লাগে

দীপালী ডেকা





ভৱানী পাবলিচিং কনচাৰ্ণ

*EKHON HRIDOY LAGE* : *A collection of short stories by Dipali Deka. First Published* : *February 1979/Publisher* : *B. B. Chakraborty, B. P. Concern, 1/H, R. M. Lane, Cal-12./Printers* : *M. R. Saha, Purbanchal Mudranee, 18 Ramnath Biswas Lane, Cal-9, Cover Designed by* : *Benu Misra.*

---

ছ'টকা মাথোন

---

এখন হৃদয় লাগে [গল্প-সংকলন]: শ্ৰীদীপালী ডেকা/প্ৰথম প্ৰকাশ: ফেব্ৰুৱাৰি ১৯৭৯/ প্ৰকাশক: বনবিহাৰী চক্ৰৱৰ্তী, ভৱানী পাবলিচিং কনছাৰ্ণ, ১/এইচ ৰাধানাথ মল্লিক লেন, কলিকতা-১২/মুদ্ৰক: মনোৰঞ্জন সাহা, পূৰ্বাঞ্চল মুদ্ৰণী ১৮ ৰামনাথ বিশ্বাস লেন, কলিকতা-৯

বেটুপাতৰ শিল্পী: বেণু মিশ্ৰ

স্বৰ্গীয় দেউতা
সূৰ্য্যকান্ত বৰাৰ স্মৃতিত

# প্ৰেম আৰু পৰিচয়

বৰদিন উপলক্ষে স্মিথ চাহাবে আনবাৰৰ দৰে সেইবাৰো স্কটলেণ্ডৰপৰা হোৱাইট লেবেল অনাইছিল, আৰু তাৰে কেইটামান বটল তেওঁ উপহাৰ হিচাপে দিছিল ৰামপ্ৰতাপ বৰুৱালৈ।

ভাল দামী মদ। অৱশিষ্টত এটাহে বটল আছিলগৈ। আজি তেওঁ সন্ধিয়া কঁপা কঁপা হাতেৰে সেইটো বটল খুলিবলৈ লৈ বাৰে বাৰে ভাবিছিল এটা কথা, এতিয়া তেওঁ কি উত্তৰ দিব? উলুপীৰ প্ৰকৃত পৰিচয় দিবলৈ হ'লে তেওঁৰ নাক-কাণ কটা যাব। কিন্তু পৰিচয় নিদিলে যে তাইৰ জীৱনটো ধূলিসাৎ হ'ব!

অলপ আগতে বৰুৱানীয়ে চ'ৰা-ঘৰত থকা বৰুৱাক কৈছিল, "আপত্তি কৰিব লগা তো একো বেয়া কথা বা নোহোৱা কথা নহয়! দুজনী ঘৈণীয়েক বহুতৰে আছে আৰু কৃষ্ণচন্দ্ৰই যেতিয়া ইচ্ছা কৰিছেই—"

বৰুৱানীৰ কথা কোৱা শেষ নহ'ল। মেহগনী কাঠৰ টেবুলখনত বৰুৱাই জোৰেৰে চাপৰ এটা মাৰি ক'লে, "কিন্তু উলুপীৰ দৰে ছোৱালী এজনীক তুমি কৃষ্ণচন্দ্ৰলৈ যাচিবাই বা কোনটো সতেৰে?"

"অ' হয় নেকি! ঠিক আছে। কিন্তু মোৰ ঘৰত এইবোৰ একো চলিব নোৱাৰে। মনত ৰাখিব, উলুপীক যদি কৃষ্ণচন্দ্ৰই নিনিয়ে আন কোনোবাই নিবই লাগিব।"

তাৰ পাছত হাতত টিপচাকিটো লৈ বৰুৱানী ওলাই গ'ল। চ'ৰা-ঘৰৰ বেৰত থকা প্ৰকাণ্ড শৰপহুৰ শিঙৰ ফ্ৰেমত থকা মহাৰাণীৰ ছবিৰ তলত বৰুৱাই ভাবিলে, উলুপীৰ পৰিচয়! এজনী বনকৰা তিৰোতাৰ জীয়াৰী! বৰুৱাৰ ঘৰত ডাঙৰ-দীঘল হৈছে। মাক সৰুতেই ঢুকাল। একপ্ৰকাৰ বৰুৱাৰ তাই ওতোলনীয়া ছোৱালী। হ'লেও অভিজাত বংশৰ পৰিচয় তাইৰ গাত আঠাৰে লগোৱা নাই যে কৃষ্ণচন্দ্ৰৰ দৰে খানদানী বংশৰ ঘৰলৈ বোৱাৰী হিচাপে পঠোৱাৰ সাহস এইখন ঘৰত কাৰোবাৰ আছে।

ৰামপ্ৰতাপ বৰুৱাই একো উত্তৰ-দিহ উলিয়াব নোৱাৰি মাত্ৰ গিলাচ দাঙি ললে! খন্তেকৰ কাৰণে হ'লেও পাহৰি নগৈ তেওঁৰ উপায়ো নাই। এক ভীৰু, কাপুৰুষৰ ৰূপেৰে তেওঁ সংসাৰত্যাগী সন্ন্যাসীৰ দৰে কেৱল পলাবলৈ যত্ন কৰিলে। খন্তেকৰ কাৰণে হ'লেও তেওঁ পাহৰি গ'ল যে, তেওঁ নগৰৰ এজন ক্ষমতাশালী, সন্মানিত অভিজাত বংশৰ মানুহ। সন্ধ্যাৰ আকাশৰ আন্ধাৰৰ তলত তেওঁ এবাৰো মনত পেলাবলৈ যত্ন নকৰিলে বৰঘৰৰ সিফালে বাঁহগছৰ ওচৰত থকা এটা ঘৰলৈ।

আৰু সিটো ঘৰৰ চাঙত শুই শুই উলুপীয়ে কিবা ভাবি ভাবি অকলে নিজৰ আঙুলিত নিজে সৰুকৈ কামোৰ এটা মাৰি ভাবিছিল ঃ ছিঃ ছিঃ কিযে, লাজ নাই এই পদুমজনীৰ··· !

তাৰ পাছত এক গোপন লাজত অকলশৰীয়া ঘৰটোত মুখখন গাঁৰুত লুকুৱাই সেই লাজলগা কথাৰপৰা যেন পলাবলৈ বিচাৰিলে।

সঁচায়ে, পদুমজনীৰ অকণো লাজ নাই। মুখত যি আহিছে তাকেই যেন উলুপীক কৈ জোকাই ভাল পাইছে। ছিঃ, ইহঁতৰ ওচৰত কোন থাকে! ইমান নিলাজ পাই! চাট মাৰি পদুমৰ ওচৰৰপৰা মিছা খঙৰ অভিমানত উলুপী আঁতৰি আহিছিল, তথাপিও পদুম ক্ষান্ত হোৱা নাছিল। তাইৰ কলগছৰ চোকা খাবৰ দৰে জিভাই কৈছিল "জানিছোঁ, আমাৰপৰা লুকুৱাইছ। কিন্তু কালি গধূলি শেৱালি জোপাৰ আঁৰত তহঁত দুটাই কি কৰিছিলি কচোন?"

উলুপীয়ে পদুমৰ কথা শুনি চকু দুটা মুদি হাঁহি ভাবিলে, কি লাজ নোহোৱা কথা। তেওঁ শুনিলেইবা কি ভাবিব? যিহে মানুহ পাই! হয়তো তাই কৈ ফুৰিছে বুলি কৈ লাগিলে নমতাই হ'ব।

সকলোৱে কৃষ্ণচন্দ্ৰক বাঘ বুলি কয়, উলুপীয়েও প্ৰথমে সেই বুলিয়েই ভাবিছিল। আৰু তাই ভয় নকৰিবই বা কিয়? স্বয়ং বৰুৱা দেউতায়ো যাক সমীহ কৰি চলাই নহয়, নিজৰ ভায়েকৰ বয়সীয়া ডেকা হাকিমৰ স'তে গধূলি চ'ৰাঘৰত বহি বটলৰপৰা সেই ক'লা ক'লা সেইবোৰ কি খায় জানো, সেইবোৰ খাই দেউতা যেন হৈ পৰে কৃষ্ণচন্দ্ৰৰ কান্ধ সমনীয়া!



আৰু সেইজন মানুহক সকলোৱে ভয় কৰি চলাৰ কথাই!

উলুপীৰো ভয় লাগিছিল, কিন্তু উৱা, যেন শিশুহে, কি আবদাৰ! কথাই কথাই অভিমান! সৰু সৰু কথাতে কাজিয়া। আৰু মৰম! তুলনা নাই। সেই আঁকৰা, বলিয়াৰ দৰে মৰমৰ ঢৌৰ লগত উলুপীৰ ক্ষীণ দেহৰ ভাৰসাম্য হৈ পৰে থৰক-বৰক, হৃদয়ৰ মণিকোঠাৰপৰা সকলো উজাৰ কৰি দিও যেন তাই ভাবে তেওঁক একোকেই যেন তাই দিব নোৱাৰিলে। আৰু প্ৰতি মুহূৰ্তৰ আবেগভৰা দৃষ্টিৰে যেন তাই কৈছে ঃ মই তোমালৈ বৈ আছোঁ; দিবলৈ আৰু বহুত বাকী আছে।

সেই কাৰণেই কৃষ্ণচন্দ্ৰৰ লগত তাইৰ হ'ল এটা এৰাব নোৱাৰা সম্পৰ্ক।

উলুপীয়ে ভাবে, বৰুৱা দেউতাহঁতে শুনিলে কাটি পেলাব। আৰু সোণাৰামে জানিলে? বৰ মতাটো ওলাইছে। দেখিবৰ মন নাযায়। তালৈ পৰোৱাই নকৰিলেহে পাৰিছে। কিন্তু পদুমে জানিলে কেনেকৈ? কৃষ্ণচন্দ্ৰৰ স'তে তাইৰ দেখা হয় গোপনে। যোৱা সন্ধ্যাও মানুহটো আহিছিল। আৰু—ছিঃ, মানুহটো ইমান নিলাজ!!

উলুপীৰ লাজৰ সীমা নাই। গোটেই মুখমণ্ডলতে যেন এতিয়াও এটা মাদকতাপূৰ্ণ গন্ধ লাগি আছে। কঁকালটো যেন এতিয়াও সেই ভয় লগা, সবল হাতৰ মুঠিত বন্দী হৈ আছে। আৰু তাইৰ এখন হাত গৈ সন্তৰ্পণে আশ্ৰয় লৈছিলগৈ তেওঁৰ হাতত। ঠকঠকাই কঁপি উঠা সেই হাত আশংকাত পিছুৱাই আহিব খুজিলেও এক মন্ত্ৰমুগ্ধ শক্তিয়ে সেই বন্ধনৰপৰা ওলাই আহিবলৈকো বোবা কৰি দিছিল। অথচ তাই গুচি আহোঁ বুলি ক'লেও কোনো বাধা হয়তো কৃষ্ণচন্দ্ৰই নিদিলেহেঁতেন। মাত্ৰ এটা সময়ত জপনা খোলাৰ শব্দতহে সিহঁত চঁক খাই উঠিছিল। আৰু কৃষ্ণচন্দ্ৰই আশ্বাস দি কৈছিল, "ভয় নাই উলুপী, মই আছোঁ। তোমাৰ সাহস মই।"

পৰম নিৰ্ভয়ৰ দৃষ্টিৰে মাত্ৰ উলুপীয়ে কৃষ্ণচন্দ্ৰৰ মুখলৈ চাইছিল। তাৰ পাচত আকৌ এক ভয়াৰ্ত হৰিণীৰ দৰে পিছুৱাই গৈছিল। আৰু সেই দৃষ্টিৰ বেদনাত ব্যাকুল হৈ যেন পৰম নিৰ্ভয়ৰ আশ্ৰয় বিচাৰি ক'লে ঃ

মোক অকণমান আশ্রয় দিয়া, লুকুৱাই লোৱা—যাতে কোনেও তোমাবপৰা মোক কাঢ়ি নিব নোৱাৰে, একোৱে বিন্ধিব নোৱাৰে।

সম্বিৎ উভতি অহাৰ পাছতহে উলুপীয়ে দেখিলে, ইতিমধ্যে কৃষ্ণচন্দ্ৰও পিছ দুৱাৰেদি পাৰ হৈ নোহোৱা হৈ গৈছে।

ফোপাই-জোপাই উলুপী আহি বিছনাত অকণমান পৰ দীঘল দি পৰি ভাবিলে ঃ তুমি মোক সুখী কৰিছা, সুখী কৰিছা।

সেই মুখ, সেই চকু আকৌ এবাৰলৈ উলুপীৰ চকুৰ আগত নাচি উঠিল। সামান্য কেঁকোৰা চুলি, মিঠা বৰণৰ পৌৰুষকান্তি, ওখ চেহেৰাৰ গহীন মুখ অথচ অন্তৰত আছে যাৰ মৰম-ফল্গুৰ ধাৰা, সেই ফল্গুধাৰাত গোপনে নামি মহাস্নান কৰি সুখী হৈছে উলুপী। আৰু চকুৰে দেখিছে দূৰৰ উপকূলৰ সপোন। কিমান আশা! কিমান সপোন! কৃষ্ণচন্দ্ৰই অকলে ইমানবোৰ পাৰিবগৈ জানো? পাৰিব, পৰা আশা দিয়েইতো কৃষ্ণচন্দ্ৰই কাষ চাপিছে। তাই বিচৰা মানুহতো এইজনেই।

কৃষ্ণচন্দ্ৰৰ কাণত মুখ থৈ তাইৰ ফুচফুচাই বহুত যেন ক'বলগা কথা আছে। ব-হু-ত। যিবোৰ কথা আগতে তাই কওঁ কওঁ বুলি মুখ মেলিব নোৱাৰিলে, সেইবোৰ কথা আন্ধাৰত, গোপনে, এটা এটাকৈ ক'বলৈ আছে। আৰু নিলাজ বুলি কৃষ্ণচন্দ্ৰক কোৱাৰ লগে লগে নিশ্চয় হাঁহি দিব। নহয় নেকি কিবা! আৰু সেইবোৰ শুনি সিহঁতে চাগৈ খুটখুটাই হাঁহিবহে পাৰিব। আৰু এই পত্নমে যদি সোণাৰামক কৈ দিয়ে?

কওক।

সোণাৰামৰ ইচ্ছাটো হ'বলা তাই বুজা নাই! গোটেই জীৱন এইখন ঘৰতে হালোৱা হৈ থাকিব আৰু তায়ো থাকিব এই ঢেঁকীঘৰৰ মূৰত!

বৰুৱানীৰ ইচ্ছা সোণাৰামলৈকে উলুপীক দিয়াৰ। কিন্তু কিয় তাই যাব? তালৈহে তাই এইটো ৰূপ গোটাইছে! আয়ৈ দেহি, আগতে সাগৰত মুখখন ধুই আহকগৈ!



মানুহে কয় উলুপীৰ গাৰ বৰণ সৰিয়হ ফুলৰ দৰে। গাটো পাভ মাছৰ লেখীয়া আৰু তাতে ফুলতেলেৰে ঘঁহি থোৱা মুখখনত ডালিমগুটীয়া দুপাৰি দাঁতৰ তুলনা নাই। মুখত অনাবিল হাঁহিৰ ঢৌৰে একালৰ তেজপুৰৰ ক্ষমতাশালী ৰামপ্ৰতাপ বৰুৱাৰ তোলনীয়া জী হ'লেও চকুত লগা আছিল। আটায়ে তাইক মৰমো কৰিছিল। আৰু বৰুৱাৰতো তুলনাই নাই। আনকি উলুপীক মৰম কৰা লৈ ঘৈণীয়েকৰে সৈতে এখন খকাখুন্দা তেওঁৰ লাগিছিল!

বৰুৱা অভিজাত ঘৰৰেই নহয়, ইয়াৰ লগতে তেওঁৰ আছে সকলো। ঘৰৰ আগফালে পাঁচোটাকৈ গুটিধানৰ ভঁৰাল, পুখুৰীত মাছ আৰু তেলৰ ঘানিৰ কেৰকেৰণিৰ লগত বাৰটা মাহত তেৰটা উৎসৱ যেন অনবৰতে লাগিয়েই আছে।

চ'ৰাঘৰলৈ মাজে-সময়ে মেম-চাহাবসকল আহে। চাহাবৰ নেটিভ'ৰ ঘৰলৈ ফুৰিব অহাটো সহজ কথা নহয়; বিশেষকৈ ঘোঁৰাগাড়ীত যেতিয়া ভৰিলৈকে পৰা দীঘল চোলা পিন্ধা মেম আহি চ'ৰাঘৰত বহি বৰুৱাৰ লগত বগা বঙালৰ ভাষাৰে কথা পাতে তেতিয়া স্বয়ং বৰুৱানীও ভয়ে ভয়ে আহি দীঘলকৈ ওৰণী লৈ স্বামীৰ মুখলৈ চাই যেন আঁকৰা দৃষ্টিৰে সোধে, তেওঁ 'মেম ল'ৰাৰ' ওচৰতে থাকিব লাগিব নে সোনকালে যাবলৈ কৈ তেওঁক এই বিপদৰপৰা ৰক্ষা কৰিব!

কিন্তু মেম আহিলে ঘৰৰ আটাইৰে গাত তৎ নোহোৱা হয়। বৰুৱানীয়েও বাছি বাছি গুণাৰ ফুল তোলা পাটৰ মেখেলা-চাদৰ পিন্ধি লৈ চুলিত ফুলতেল ঘঁহিহে ওলাব আৰু বেৰৰ জলঙাৰে আনবোৰে জুমি চাই গতি-গোত্ৰ লক্ষ্য কৰিব। মেমেনো কেনেকৈ কথা পাতে, কেনেকৈ হাঁহে, সেইবোৰ চোৱাৰ ধুম উঠে। আৰু তেতিয়া কেতিয়াবা পত্নমে উলুপীক কয়, "চা চা, মেমে কেনেকৈ কথা কৈছে!"

"এই শুনিব, চুপ!"

মেমচাহাব আহিলে আন একো নাথায়। কেতিয়াবা মাত্ৰ সেই ক'লা ক'লাবোৰ গিলাচত বাকি লৈ এসোহা মাৰি বৰুৱাৰ হাতত হাত মিলাই গুচি যায়!

এইবোৰ কম কথানে ? প্ৰথম বাৰ মেম চাহাব আহোঁতে গোটেই চহৰখনতে হেনো আলোচনাৰ বিষয় আছিল বৰুৱাৰ ঘৰলৈ মেমচাহাব যোৱাৰ কথা ।

বৰুৱাও মহাৰাণী ভক্ত। সযতনে তেওঁ ৰাণীৰ ফটো ৰাখিছে। গধূলি ৰিজাৰ্ভত বিউগিল বজোৱাৰ লগে লগে তেওঁ মহাৰাণীৰ উদ্দেশ্যে সন্মান জনোৱাটো নিয়মত পৰিণত হৈছিল। আৰু কাছাৰিলৈ যাওঁতে তেওঁ ধূতিখন এনেকৈ পিন্ধিছিল, আঁতৰৰপৰা দীঘল ঠেঙা যেন দেখি, আৰু আঠুৰ তললৈকে দীঘল মোজা পিন্ধিছিল, কামিজটো ধূতিৰ তলত সুমুৱাই লৈ ওপৰত কোটচোলা পিন্ধি দীঘল চেইনযুক্ত ঘড়ী ওলোমাই লৈছিল আৰু এনে সাজ সাধাৰণতে বছা বছা সকলেহে কৰে কাৰণে বৰুৱাক 'বাবু' আখ্যাৰে মানুহে কৈ ভাল পাইছিল ।

উলুপী বৰুৱা বাবুৰ তোলনীয়া জী হ'লেও মিহিৰাম হালোৱাৰ জীয়ৰী বুলিহে সকলোৱে জানে। মিহিৰাম মৰিল নে ক'ৰবালৈ গ'ল কোনেও নাজানে ? মানুহে কয়, মিহিৰাম এদিন এই পুৰণা ঘৰ এৰি কিয়, কলৈ গ'ল কোনেও নাজানে। মাত্ৰ উলুপীৰ মাক বৰুৱা পৰিয়ালৰ বনকৰা লিগিৰী ঘুনুচাইহে হেনো কান্দি কান্দি কৈছিল, মানুহটো দোষী নহয় বুলি। কিন্তু বৰুৱা পৰিয়ালৰ ধমকিত ঘুনুচাৰ মাতো শান্ত হৈ গৈছিল, আৰু এদিন মানুহে বৰনৈত শটোহে পাইছিলগৈ ।

ইমানেই উলুপীৰ পৰিচয় ।

বৰুৱাৰ ঘৰৰ ঢেঁকীশালৰ ওচৰত ডাঙৰ হোৱা উলুপী যেন এপাহ বোকাৰ পদুম। ৰাংঢালী, মৰমিয়াল এই ছোৱালীজনীৰ ঘৰৰ ওচৰতে আছিল এডৰা বাঁহনি আৰু এই বাঁহনিডৰা পাৰ হৈয়েই পায়গৈ এটা সৰু কেঁচা আলিবাট। আৰু এই বাটেৰেই আহিছিল কৃষ্ণচন্দ্ৰ। মুন্সিপ কৃষ্ণচন্দ্ৰ সিংহ যেন পুৰুষ। ঘৰত আছে বিবাহিতা স্ত্ৰী তগৰ। তেওঁ উজনিৰ কোনো এক প্ৰখ্যাত পৰিয়ালৰ জীয়ৰীয়েই কেৱল নাছিল, তেওঁৰ আছিল সিংহিনীৰ দৰে সকলোকে শাসন কৰিবলৈ বিচৰাৰ দৰে



অসীম আকাংক্ষা, আৰু আছিল সেই জোখাৰে অহংকাৰ। যিকোনো মানুহৰ ঘৰলৈ তেওঁ সহজে নগৈছিল ।

গৈছিল ।

গৈছিল যিঘৰ মানুহ সমাজত উচ্চমান বিশিষ্ট, যাৰ বংশ-পৰিয়াল আহোম ৰাজত্বত সন্মানিত বুলি বুৰঞ্জীয়ে কৈছিল, তেনে মানুহৰ সকলো খা-খবৰ কষ্ট কৰি গোটাই হ'লেও তেওঁ গৈছিল। কোন ঘৰত মেজাংকৰী, কিংখাপ বা লোকাপাৰ পূৰ্বৰসকলে পিন্ধাৰ অধিকাৰ আছিল আৰু তেতিয়াও কাৰ বৰপেৰাত সেইবোৰ শুৱনী কৰি আভিজাত্যৰ চিনাকি জীয়াই ৰাখিছে তাক তেওঁ শুনি সন্মান কৰিছিল ।

কিন্তু তেওঁ নিজকে আধুনিকা বুলি ভাবিছিল আৰু পাৰস্য দেশৰ ধুনীয়া দলিচা পাৰিব পৰা মানুহৰ ঘৰলৈ গৈছিল ।

অসমীয়া নাৰীৰ ভিতৰত তেৱেঁই বোলে প্ৰথম লেচ লগোৱা পেটিকোট পিন্ধিছিল স্বয়ং কলিকতাৰপৰা আনি। বঙলুৱা ঢঙেৰে নিজকে সজাই তোলাৰ হেঁপাহেৰে এবাৰ তেওঁ কলিকতালৈকো স্বামীৰ লগত গৈছিল, গৈয়েই পিন্ধিবলৈ শিকি আহিছিল, মেৰিয়াই পিন্ধিব পৰাকৈ দীঘল সোণৰ চেইন, ক'লা ভেলভেটৰ পাৰিৰে দুখন সাড়ী আৰু হাতীৰ শূৰৰ দৰে আগটো মেৰখোৱা ক'লা নাগৰা জোতা ।

ঘৰত এনেহেন বিলাসিনী আৰু বাঘিনীৰ দৰে স্ত্ৰী থকা সত্বেও কৃষ্ণচন্দ্ৰই উলুপীক ক'লে, "নাৰীৰ সৰলতা আৰু কমনীয়তাই হ'ল প্ৰকৃত ৰূপ আৰু চৰিত্ৰ! তোমাৰ মাজত মই সেইখিনি পাইছোঁ। তুমি মোৰপৰা আঁতৰি নাযাবা উলুপী।" অবাক লাগি অবিশ্বাসৰ দৃষ্টিৰে চাই উলুপীয়ে সেই কথাৰ পাছত ভাবিছিল ঃ বাওনা হৈ মই চন্দ্ৰ চুবলৈ যোৱা নাই সঁচা, কিন্তু চন্দ্ৰয়ো বোকাপানী বুলি ভাবি প্ৰদক্ষিণ নকৰাৰ কথাওতো শুনা নাই। অবিশ্বাস কৰিব নোৱাৰিলে যদিও ক'লে, "মই এজনী সাধাৰণ ছোৱালী। কেনেবাকৈ দেউতাইঁতে শুনিব লাগিলে হজৰা পুখুৰীত কাটি পুতি থব।"

"জানা উলুপী, তোমাৰ দেউতাৰাই মোলৈ সংকোচ কৰে। স্বয়ং

বগা চাহাবেও মোৰ দিহা লৈহে দেশ চলায়, কি সাধ্য তোমাক আঁতৰাই নিবৰ।”

অবিশ্বাসৰ দৃষ্টিৰে এইবাৰ উলুপীয়ে চাব নোৱাৰিলে। এই দৃষ্টিত আছিল নাৰীৰ আপোনজনৰ ওচৰত পোৱা বিশ্বাস, আত্ম-নিৰ্ভয়ৰ দৃষ্টি।

উলুপীয়ে দেখিলে, নাৰীৰ গাভৰু জীৱনটোৰ সমান আৰু অবিশ্বাস্য একোৱেই নাই। ইমান সযতনে গোপনে ৰাখি অহা সত্তাটোৱে এদিন তাইৰ বিৰুদ্ধেই গম নোপোৱাকৈ আগবাঢ়ি গ’ল এটা নিৰ্ভয়তাৰ সন্ধানত। যেন এই নিৰ্ভয়তা নহ’লেই নচলে। ইমান অবিশ্বাসী এই বয়স!

অথচ উলুপীয়ে জানে, এই ভয়ংকৰ পথ বৰ দুৰ্গম, এতিয়া তাই সমতল পথত আছে। ইচ্ছা কৰিলে গোটেই জীৱন তেনে সমতল পথেৰে আগ বঢ়াতো কোনো ক্ষতি নহ’ব। কিন্তু তাইৰ বয়সে দাবী কৰি উঠিছে পৰ্বতীয়া ভয়ংকৰ পিছল পথেৰেই তাই যাব বিচাৰে, জীৱনৰ সত্যতাৰ প্ৰমাণ ধুমুহাৰ মাজতহে বিচাৰে।

উলুপীয়ে কৃষ্ণচন্দ্ৰৰ মুখখন আকৌ এবাৰলৈ চাই দেখিলে, মুখখনত অ’ত অ’ত দুই-এটোপাল ঘাম ফাগুন মাহতো বিৰিঙি উঠিছে; অথচ এইজন মানুহ তাইৰ ওচৰলৈ আহে পিছ ফালৰ জপনাইদি! সন্মুখৰ পথেৰে সকলোৱে দেখাকৈ তেওঁ নাহে কিয়? ইমান দিনে তাইৰ স্বপ্ন আছিল, দুটা-এটা শিশু, এজন মৰমিয়াল স্বামী, এটা ভঁৰাল আৰু এখন তাঁতশালেৰে এখন সাধাৰণ ঘৰ। কিন্তু?

বহুত সময় মৌন হৈ থাকি চুলিকোছা অকণমান জোকাৰি উলুপীয়ে শূন্যত দৃষ্টি ৰাখি ক’লে, “মই নোৱাৰিম।”

“কিয়?”

“ভয় লাগে।”

কৃষ্ণচন্দ্ৰই মুখ টিপি হাঁহিলে। নাৰীৰ ভয়ৰ কথা তেওঁ নজনা নহয়। পুনৰ এটা হাঁহি মাৰি পাছদিনা আহিম বুলি কৈ কৃষ্ণচন্দ্ৰ সেই দিনালৈ আঁতৰি গ’ল।

পিছ দিনা কিন্তু কৃষ্ণচন্দ্ৰ নাহিল। উলুপীয়ে ভাবিছিল, আহিব নালাগে আৰু কেতিয়াও। কিন্তু সময় পাৰ হৈ যোৱাৰ লগে লগে



তাইৰ উৎকণ্ঠাই যেন বুজাই দিলে, কৃষ্ণচন্দ্ৰ অহাটোকে তাইৰ মনে যেন ভিতৰি বিচাৰিছিল। কিয় নাহিল বাৰু? বাৰে বাৰে তাই ভাবিছিল। তাৰ পাছত ভাবিলে পাছ দিনা নিশ্চয় আহিব, কিন্তু সেইদিনাও নাহিল।

এইবাৰ উলুপীৰ মানুহটোলৈ অলপ মৰম লাগিল। তাই বৰ আশাৰে যেন ৰৈ আছে। অৱশেষত কৃষ্ণচন্দ্ৰ আহিল। মুখত বিজয়ৰ হাঁহি আৰু উলুপীৰ মুখত অভিমানৰ চিন। আৰু মান-ভঞ্জন হোৱাৰ লগে লগেই তাই কৃষ্ণচন্দ্ৰৰ বুকুত জঁপিয়াই পৰিল

নুমাই যাব খোজা নাহৰৰ তেলৰ চাকিটোলৈ চাই চাই কৃষ্ণচন্দ্ৰই উলুপীৰ মূৰত হাত থৈ ক’লে, “তোমাক মই সকলো দিম উলুপী, সকলো! মাত্ৰ মোক বিশ্বাস কৰা!”

এটি লাজকুৰীয়া হাঁহিৰে কৃষ্ণচন্দ্ৰলৈ চাই তাই মুখ লুকুৱালে। বিশ্বাস আৰু আশাৰ মহাসাগৰত ডুব দি মুহূৰ্ততে তাই কেনি লুকাল তাই নিজেও গম নাপালে। মাত্ৰ তাই জানে, দূৰত উপকূল, তাই সোনকালেই সেই উপকূল পাবগৈ।

জেঠ গৈ আহাৰত সোমাল। পথাৰত নতুন্ ধানৰ কঠীয়া পৰিল। পথাৰত ৰুবলৈ গৈ আয়তীৰ নাম কাণত পৰিল ঃ

গধূলিতে আই আহে
গধূলিলৈ চাই
মহামায়া আই আহে
সোণৰ বংশী বাই……

প্ৰত্যেক বাৰৰ দৰে এই বছৰৰ নামো ভৈৰৱীলৈ গৈছে। লগত ঢোল-খোলৰ শব্দ। তিনিগৰাকী কুমাৰী ছোৱালীয়ে মূৰত মালা পিন্ধি কাষত কলচী লৈ গৈছে। আয়তীসকলে আকৌ গালে ঃ

ঢউ খেলাৰ বালি পেলাই
কলচী ডুবাই……
আমাৰ গতি কিবা হব
ৰাখিবা গোসাঁই…।

কিন্তু কৃষ্ণচন্দ্রৰ ঘৰৰ ওচৰ পোৱাৰ লগে লগে হঠাৎ ঢোল-খোলৰ মাত বন্ধ হ'ল। সকলো স্তব্ধ হৈ গ'ল। কৃষ্ণচন্দ্রৰ স্ত্রীয়ে ঘৰৰ ভিতৰত হুকুম দি পঠালে ঃ "কৈ দেগৈ অসভ্যবোৰক, ঢোল-খোল ইয়াত বজাব নোৱাৰে, দুপৰীয়া মানুহ শুব নোৱাৰি। যদি কথা নুশুনে তেন্তে চৰকাৰৰ ঘৰত বগা-ভাত খাব লাগিব।"

দুটা মানুহ আহি ৰাইজৰ আগত হাকিমনীৰ হুকুম শুনালে। সকলো স্তব্ধ। কিন্তু আঁহত গছজোপাৰ তলত হঠাৎ খিলখিল হাঁহি শুনি সকলোৱে উভতি চাই দেখিলে, সেয়া বৰুৱাৰ ঘৰৰ তোলনীয়া জী।

এজনীয়ে উলুপীক ক'লে, "হাঁহিলি যে উলুপী ?"

"হাঁহিছোঁ !"

"কিয় ?"

"তহঁতৰ ভয় দেখি—"

উলুপীৰ কথাতহে সকলোৱে যেন সাৰ পালে। কিয় এজনী সামান্য মানুহৰ কাৰণে দেৱীক অপমান কৰিব ? স্থিৰ হৈ বোৱা তিনিযোৰা কুমাৰীৰ নূপুৰ পিন্ধা ভৰি লৰচৰ হ'ল। মূৰৰ বগা বকুল ফুলৰ মালাৰ গন্ধো আগুৱাই গ'ল।

হাকিমনীয়ে দেখিলে, মুহূর্ততে এদল সাধাৰণ মানুহে তেওঁক অপমান কৰি গুচি গ'ল। দেখা যাব !

দেখিছিলো পাছ দিনা। সকলোৱে শুনিছিল কাছাৰী ঘৰত কেইগৰাকীমানক বোলে আটক কৰি ৰাখোঁতে ৰাইজে শাওপাত দিছিল, ভেটিত তিতা-সাও হ'বলৈ।

কিন্তু তাৰ পাছতো আকৌ সবাহ হৈছিল। ভৈৰৱী মন্দিৰৰত লত ভেলত উঠি পাটলিয়ে গাত গোসাঁনী উঠাৰ প্রমাণো দিছিল।

শাওণ গৈ ভাদত সোমাল। পথাৰত ধানৰ থোকে নাচিবলৈ ধৰিলে। কৃষ্ণচন্দ্রও আগৰ দৰেই পিছ ফালৰ পথেদি উলুপীৰ ওচৰলৈ আহিবলৈ ধৰিলে। ইতিমধ্যে সকলোৱে কথাটো জানি পেলাইছিল। উলুপীৰ মানুহে জনা বুলি মুখখন ফাকুগুৰি ছটিউৱাৰ দৰে ৰঙা হৈ পৰিছিল আৰু কৃষ্ণচন্দ্রই কৈছিল ঃ মিছা কথা।



কিন্তু উলুপীক কৈছিল ঃ "মাত্র আৰু কেইটামান মাহ ৰোৱা। আৰ পাছত, বছ ..।"

সেয়ে বৈ আছে উলুপী। অধৈর্য্য হয়, হ'লেই হ'বনে ?

যিকোনো কৃতকাৰ্য্যতাৰ কাৰণে ধৈৰ্য্যই প্রধান। নহ'লে হব কেনেকৈ ? আৰু কৃষ্ণচন্দ্রক অবিশ্বাস কৰাৰ কোনো কাৰণ নাই। ইমান মৰমিয়াল মানুহজন! তাইৰ মাত্র লাজ লাগে যেতিয়া সেই গহীন মৰমিয়াল মানুহজনে কেঁচুৱাৰ দৰে কৰে। আৰু তেতিয়া উলুপী যেন এগৰাকী মাক। যেন সাগৰৰ দৰেই গভীৰ আকাশৰ দৰেই উদাৰ বিশাল বক্ষৰ মাতৃ হৃদয়া নাৰী। ইমান শিক্ষিত, জ্ঞানী, সন্মানিত মানুহে অবিশ্বাস কৰিব নোৱাৰে, নোৱাৰে।

সদায় সকলো মানুহক সততে বিশ্বাস কৰা নাযায় নিশ্চয়। কিন্তু মানুহক কৰা বিশ্বাসেইতো মানুহ পৰিপূর্ণ হয়। নহ'লে এই সংসাৰখন অচল হৈ গ'লহেঁতেন।

উলুপীয়েও কৰিলে বিশ্বাস। কিন্তু তাইৰ বিশ্বাসৰ জোখ আছিল শিশুৰ হাতৰ আঙুলিৰে পৃথিৱীক জুখি চোৱাৰ দৰেই ভুলৰ অন্বয়। যেন স্বাৰ্থৰ ভক্তিৰে দেৱতাৰ মন্দিৰত ভগৱানক পাবলৈ কৰা পূজাৰ বিনিময়ত স্বৰ্গৰ জখলাক বিচৰাৰ সস্তীয়া ভক্তি। যি সস্তীয়া ভক্তিৰে দানৱীয় দুৰ্বলতাক লুকুৱাই মানুহে নিজকে ভক্তৰ বিজ্ঞাপনেৰে কৰে বিভূষিত।

কোমল শিশুৰ হাতৰ আঙুলিৰ জোখৰ দৰে হ'লেও উলুপীৰ এই জোখ আছিল বৰ সৰল, সেয়ে সহজে তাই স্বৰ্গৰ জখলা দেখিছিল।

কিন্তু এদিন কৃষ্ণচন্দ্র নহা হ'ল ; যেন খৰালীৰ ভৰলী নৈখন। বৰুৱানীয়ে উপায় নাপাই বিয়াৰ প্রস্তাৱ দিলে হয়, কিন্তু বৰুৱাই এই প্রস্তাৱ কোনটো সতেৰে আগ বঢ়ায় !

গোসাঁইৰ ওচৰৰ বাহী ফুলৰ দৰেই এফালে পৰি ৰল উলুপী। দিন পাৰ হ'ল। কাৰ্শলা বনে বাকৰি চাটি ধৰিলে, আৰু তাৰ মাজে মাজে উৰিবলৈ ধৰিলে অজস্র পখিলা আৰু জিঞা। ৰামপ্রতাপ বৰুৱাৰ নামঘৰতো খনিকৰে আহিন সোমোৱাৰ লগে লগে ধানখেৰৰ ওপৰত

প্ৰতিমাৰ ৰূপেৰে কুমাৰ মাটি লিপিলে। নিয়ৰত তিতা বননিৰ ওপৰত শেৱালিৰ পাপৰিয়ে শেষৰাতি শুকুলা শয্যা পাতিলে। জয়ন্তী আৰু অপৰাজিতা ফুলৰ লগে লগে বৰুৱাৰ ঘৰৰ নামঘৰত কালী পেঁপাই গোসাঁনীক আদৰি আনিলে আৰু বেলবৰণৰ দিনৰপৰা মণিপুৰী আৰু খেমতা নাচৰ দলে তোৰণত শোভা বৰ্ধন কৰিলে।

দেৱীৰ মহাস্নানৰ কাৰণে পূজাৰীয়ে ক'লে: গণিকালয়ৰ দুৱাৰডলিৰ ভৰি দিয়াৰ আগৰ অকণমান মাটিৰ প্ৰয়োজন।

নগৰত এনেকৈ এয়ে প্ৰথম দুৰ্গাপূজা।

কোনেও একো নুবুজাত পূজাৰীয়ে ক'লে, "গণিকালয়লৈ যোৱাৰ আগলৈকে মানুহজনৰ গাতো কিছুমান ভাল গুণ থাকিব পাৰে, কিন্তু তালৈ যোৱাৰ লগে লগে তেওঁৰ গাৰ সেই গুণৰ মৃত্যু হয় বুলি ধৰা হয়। দেৱীয়ে সেয়ে ভাল আৰু বেয়া দুয়োটাৰে গছকা ধূলিৰে স্নান কৰিহে পূজা গ্ৰহণ কৰে।"

গতিকে গণিকালয়ৰ দুৱাৰমুখৰ মাটি অকণমাণ নহ'লে পূজা নহয় যেতিয়া মাটি লাগিবই। পদুমৰ ঘপকৰে মনত পৰিল, উলুপীয়ে ইয়াৰ আগতে সোণাৰামৰ অলপমান ওচৰ চাপি গৈছিল আৰু এতিয়া তাইৰ ওচৰলৈ হয়তো হাকিমৰ দৰে আৰু নতুন আলহী আহিব, গতিকে···।

এথুজি-দুথুজিকৈ উলুপীৰ দুৱাৰডলিৰপৰা মাটি অকণমান বুটলি লওঁতেই উলুপীৰ চকুত পৰিল। তাই জ্বলি উঠি ক'লে, "তহঁতে মোক গণিকা কৰিলি?"

লগে লগে তাইৰ চকুৰপৰা দুটোপাল পানী বাগৰি পৰিল। আৰু পদুমে লৰালৰিকৈ ফুলবছা নতুন গামোছাত মাটিকণ লৈ দৌৰি যোৱাদি আঁতৰি গ'ল।

মানুহে তাইক গণিকাৰ শ্ৰেণীত থলে।

এই অসহ্য মিছা বেদনাত উলুপীয়ে কেৱল উচুপিলে।

কৃষ্ণচন্দ্ৰক তাইক ভাল পায়। ভাল পোৱাৰ আশাৰে তাই কৰিছিল উমাৰ তপস্যা। ছদ্মবেশী ভিখাৰীক অকণমান ভিক্ষা দিওঁতে



তাই কেনেকৈ বুজিব যে, সেই ছদ্মবেশৰ আঁৰত লুকাই আছিল ৰাৱণ।

কৌৰৱৰ দৰে তাই সমগ্ৰ ৰাজ্য বিচৰা নাছিল, বিচাৰিছিল বিদুৰৰ দৰে অকণমান দান, যি দান পাই পুনৰ বিলাই দি হ'ব মহা আনন্দিতা।

কৃষ্ণচন্দ্ৰৰ অভিনয় সাৰ্থক হ'ল। সান্ত্বনা দিবলৈ এটিবাৰৰ কাৰণেও কোনো নাহিল।

সেই ব্যাকুল প্ৰেমালিংগণৰ পিপাসাত তাই ক'লে:

মই তোমাৰ কাৰণে বৈ আছিলোঁ।

কিন্তু গোটেই জীৱন জুৰি শিলত মূৰ খুন্দিয়াই কান্দিলেও তাই যে কৃষ্ণচন্দ্ৰক আৰু নাপায়!

কেৱল জোকাৰি গ'ল তাইৰ যৌৱন।

বানপানীৰ দৰে একো নামানি খহাই অনা মনৰ ব্যাকুলতাত উলুপী খহি পৰিল।

ভগৱানক মনে মনে তাই প্ৰাৰ্থনা কৰি ক'লে: এনে অৱস্থা যাতে তুমি সাত শত্ৰুৰো নকৰা ভগৱান।

উখহি উঠা চকুলৈ চাই এদিন ৰামপ্ৰতাপ বৰুৱা কঁপি উঠিল। লৰালৰিকৈ তেওঁ তাৰপৰা পলাই আহি আকৌ সোমাল চ'ৰাঘৰত। পূজাৰ কাৰণে জয়ন্তী ফুল ছিঙিবলৈ হাত মেলি বৰুৱানীয়ে দেখিলে, অসময়ত আজি তেওঁৰ স্বামীয়ে সেইবোৰ খাবলৈ লৈছে। কৰণিৰ তলত আদৰেৰে ছিঙি অনা অপৰাজিতা ফুলখিনিলৈ চায়ো, তেওঁ এটিবাৰৰ কাৰণেও নাভাবিলে, কোন বাৰু সেই অপৰাজিতা? যি এই দেৱীৰ মহাপূজাৰ সময়তো বৰুৱাক বিব্ৰত কৰি তুলিছে।

চাওঁতে চাওঁতে বছৰ ঘূৰিল।

বহাগত বাঁহতলৰ সিপাৰে পদুমহঁতে বিহু নাচিলে।

উলুপীয়ে নতুনকৈ গজা বননিত ৰৈ উৰি যোৱা বগলীৰ জাক চাই চাই ভাবিলে:

ভগৱানে তাইক কিয় এনে কৰিলে!

আৰু এটা সময়ত প্ৰতিশোধৰ এক নতুন শক্তিয়ে উন্মাদ কৰি তোলাত তায়ো কোনেও নেদেখাকৈ বিহুতলী পালেগৈ। সকলো আচৰিত হ'ল উলুপীৰ মুখত হাঁহি দেখি, কিন্তু এটা মুহূৰ্তত তাই অজ্ঞান হৈ ভলুকা বাঁহৰ গুৰিত পৰি গ'ল।

ৰামপ্ৰতাপ বৰুৱাৰ কপালৰ গাঁঠি থ্‌প খালে।

যেতিয়া শুনিলে উলুপীয়ে আগদিনা কৃষ্ণচন্দ্ৰৰ ঘৰত জুই দিবলৈ গৈছিল, তেতিয়া তেওঁ মৌন হৈ কেৱল ভাবিছিল, সেইজনী ছোৱালীৰ এই অপৰাধৰ কাৰণে প্ৰকৃততে দোষী কোন? অধৈৰ্য্য হৈ তেওঁ উলুপীক আনি সান্ত্বনা দিব খুজিছিল, কিন্তু পাছ মুহূৰ্ততে মনত পৰিল তেওঁৰ সন্মানলৈ। লগে লগে জাৰকালিৰ সাপৰ দৰে তেওঁ হৈ পৰিল লেউ-সেউ। কেৱল বুৰ্বকৰ দৰে চাই ইঁহাৰ বাহিৰে যেন একোকেই কৰিবলৈ নাই, এনে ভাৱত তেওঁ ইচ্ছা কৰিয়েই হৈ ৰ'ল মৌন।

সেইজনী ছোৱালীক এটিবাৰৰ কাৰণে হ'লেও দেখুৱাই মৰম কৰিবৰ তেওঁৰ অধিকাৰ নাই।

গতিকে তেওঁ আঁতৰি ফুৰাৰ বাহিৰে উপায় নাই।

কৃষ্ণচন্দ্ৰই তেওঁক উপযুক্ত শাস্তি দিছে বুলি ভাবিলে।

...আকৌ সবাহ হ'ল!

কুমাৰী ছোৱালী তিনিগৰাকীয়ে মূৰত বকুল ফুলৰ মালা পিন্ধি ঘট ল'লে আৰু আয়তীয়ে গালে ঃ

শিৱলি শিতলি দেৱী
কাতৰহে কৰোঁ...
অনুগ্ৰহ কৰা মাতৃ
চৰণত ভক্তি......

আৰু এটা সময়ত ঢোলৰ ছেৱত উলুপীৰ ভৰি নাচি উঠিল।

মানুহে ক'লে ঃ তাই দেওধাই উঠিল, দেৱীয়ে হেনো এইবাৰ উলুপীৰ গাত লম্ভিলে।

উলুপীৰূপী দেৱীৰ ইচ্ছা অনুযায়ী ৰঙা মেখেলা-চাদৰ পিন্ধাই বৰনৈৰ



কাষলৈ নি ৰাইজে এইবাৰ পৰীক্ষা কৰিলে, প্ৰকৃততে দেৱীয়ে লম্ভিছেনে নাই।

এগৰাকীয়ে সুধিলে, "দেশত শস্য হ'বনে, বেমাৰ-আজাৰ......?"

উত্তৰ পোৱাৰ পাছত আৰু পৰীক্ষাৰ পাছত সকলোৱে বুজিলে, সঁচা।

এইবাৰ হাতত মন্ত্ৰকৰা বেত এডাল দিয়া হ'ল।

সেই বেত লৈ চুলি মেলি ঢোলৰ ছেৱে ছেৱে আই ভৈৰৱীৰ আগত নাচিবলৈ ধৰিলে।

এবাৰ কোনোবাই জীয়া পাৰ চৰাই এটা আনি উলুপীৰ হাতত দিয়াৰ লগে লগে মুচৰি তাৰ তেজ তাই পিলে।

আকৌ বলিশালৰ আগত নাচি নাচি এবাৰ ঢাল খাই পৰি গ'ল, আৰু লগে লগে ক'ৰবাবপৰা ৰামপ্ৰতাপ বৰুৱাই সেই তোলনীয়া জীলৈ চাই পেলালে ছটোপাল চকুলো।

প্ৰথমবাৰৰ বাবে বৰুৱাই উলুপীৰ মূৰত হাত ফুৰাই দি মনত পেলালে, সকলোৱে উপেক্ষা কৰিলেও তেওঁৰ চোতালৰ বননিত নিৰৱে তিৰবিৰাই থোৱা এই নিয়ৰ কণাক এদিন এক অসতৰ্ক মুহূৰ্তত নিমন্ত্ৰণ কৰিছিল স্বয়ং বৰুৱাই নিজে।

ঘুনুচা নামৰ ঘৰুৱা সেই গাভৰু বনকৰা ছোৱালীজনীয়ে মাত্ৰ তাইক জন্ম দিছিল। ক্ষমতাশালী মানুহৰ প্ৰতাপৰ ভয়ত মিহিৰাম মাত্ৰ মিছা সাক্ষী আৰু এই বেদনাতেই চিৰদিনৰ কাৰণে হেৰাই গ'ল ঘুনুচা নামৰ এজনী সাধাৰণ নাৰী; যাক ইমানদিনে কোনেও এটিবাৰলৈকো ভুলতো সোঁৱৰা নাই বুলি বিশ্বাস।

কিবা এটা মায়াত উলুপীক তেওঁ আঁতৰাই দিব নোৱাৰিলে, আৰু দিব নোৱাৰিলে প্ৰকৃত পৰিচয়ো।

মানুহে জানে তেওঁৰ তোলনীয়া জীৰ দৰে, কিন্তু বনকৰা ছোৱালী।

আৰু সেই পৰিচয়তে আঁতৰি গ'ল কৃষ্ণচন্দ্ৰ।

মুখ তুলি এবাৰো বৰুৱাই ক'ব নোৱাৰিলে।

বৰুৱাৰ দৰে সন্মানিত মানুহ এজনে ঘৰৰ বনকৰা ছোৱালীৰ প্ৰতি দেখুওৱা মৰমত সকলো হ'ল অবাক, হ'ল বিস্মিত।

এজনে ক'লে, "এয়াহে আচল মানুহ, বৰুৱা ডাঙৰীয়াক ভক্তি নকৰি কোনে পাৰে ?"

তুগৰাকী মানে বৰুৱাই অসুবিধা পাইছে বুলি উলুপীক নিজৰ কোলালৈ ল'বলৈ আগবাঢ়ি গ'ল। কিন্তু উলুপী তেতিয়া পিতৃস্নেহৰ বন্ধনত, ৰামপ্ৰতাপ বৰুৱাৰ নিজৰ দখলত।



## পটা

চৰু-কেৰাহিতো লাগে লাগেই, আকৌ বোলে পটা এখনো লাগে। অৱশ্যে কওঁতে কমলীয়ে বৰ বেয়া কথা কোৱা নাই। মঙহৰ আঞ্জা সোৱাদ লগা হ'বলৈ হ'লে বজৰুৱা গুড়ি মা-মছলাতকৈ পটাত পিহা মছলাই বেছি সোৱাদ লগাত সহায় কৰে। মছলা বাৰু যেন-তেন। আদা নহৰু পিঁয়াজ গৰম মছলা পিহি নিদিলে বেয়া হয় বুলি যমুনায়ো জানে। এনেয়ে পটা এখনৰ জানো গৃহস্থী ঘৰত কম আৱশ্যক। উৰাল, ঢেঁকী নোহোৱা ঘৰত মন গ'লেই পটাত বটি দুই চাৰিখন চাউলৰ পিঠা খাব পাৰি। পেলনি যাব খোজা বুটমাহ কেইটাৰে পটাত পিহি বৰ ভাজি খাব পাৰি। আৰু কত যে কি কাৰণত পটা এখনৰ দৰকাৰ যমুনায়ো জানো নুবুজাকৈ আছে!

ইমান দিনে যমুনাই ভাবিছিল, সংসাৰ পাতিবলৈ হ'লে এগালমান টকা হ'লেই হয়। এতিয়া পিছে দেখিছে, আৰু বহুত কিবাকিবি লাগে— খৰিৰপৰা নিমখলৈকে। দিনতো কাম কৰি গধূলি বা ৰাতি মানুহজনীৰ কাষ নাচাপিলেই নহয়। যিহে আকৌ! অকণমান দেৰী হ'লেই মুখখন বেলুনটোৰ দৰে কৰি লাগিলে ভাতকে নেখাব।

সংসাৰ পতাৰ আগতে যমুনাই ভাবিছিল দিনটো কাম কৰি গৈ নিজহাতে ৰান্ধি-বাঢ়ি খাবলৈ বৰ এলাহ আৰু আমনি লাগে। অন্ততঃ তেতিয়া কোনোবা মৰমিয়াল হাতৰ আবদাৰৰে বাঢ়ি দিয়া ভাতমুঠি পাবৰ ইচ্ছা যায়, ইচ্ছা যায় আধা টোপনিতে কাণেৰে শুনা আঠুৱাৰ তলৰ এজাক মহৰ কোনকোননি আৰু হাতে-ভৰিয়ে মৰা কামোৰবোৰ কোনোবাই যদি মাৰি দিয়া মানুহ থাকিলহেঁতেন, যমুনাই হয়তো এছ ডুকুৰি পাঁচবছৰ বয়সত কামিনীক নেপালেহেঁতেন। এইজনী মানুহৰ অভাৱ সি একুৰি পাঁচ বছৰতে অনুভৱ কৰি কৰি মাজৰ কুৰিটা বছৰ কেনেকৈ পাৰ কৰি আহিল, তাৰ ভাবিবলৈকে এতিয়া ভয় লাগে।

নহ'লেনো সি এই এককিলো মোটা চাউলত এটকা হোৱা মহঙা বজাৰতো আৰু এটা পেটৰ দায়িত্ব কান্ধ পাতি লয়নে ?

উস্ কি দিনযে নাছিল ! সৌৱা সিদিনাৰ কথা মাথোন। যমুনাৰ স্পষ্ট মনত আছে টকাত কুৰি সেৰকৈ মিহি চাউল, মাছৰ চকলে এক এক অনা !! জিকা ভোল মানুহে নাখায়, উজানত মাছ উঠিলে গাঁত খান্দি পুতিব লগা হয়, সেই কথা এতিয়া ক'লে মানুহে সাধুকথা বুলি ক'ব। কেৱল ক'বই নহয়, কয়েই। যমুনাই মাজে সময়ে কাম কৰি দিয়া মহিম মাষ্টৰৰ কলেজত পঢ়া জীয়েক বন্দনাই যমুনাক যেতিয়া আগৰ দিনৰ কথা সোধেঁাতে, যমুনায়ো কৈ যায়, তেতিয়া বন্দনাৰ চকুত ফুটি উঠে অবিশ্বাসৰ মনোভাৱ !

যেন পঁচিছ-ত্ৰিছ বছৰৰ আগতে গোট ৰৌ মাছৰ যোৱা দুই বা চাৰি অনা থকাটো বৰ মিছা কথা আছিল।

কিহলৈনো সিহঁতে বিশ্বাস কৰিব ? চকুৰ আগতে বন্দনাই কিয় যমুনায়ো নিজ চকুৰেই দেখি আছে, খাবলৈ নেপাই মানুহে মূৰ ফলাফলি কৰি মৰিছে, শোভাযাত্ৰা, আৰু কত কি নেদেখিব চাগেই।

এনেকুৱা দিনত মানুহে আকৌ সংসাৰ কৰিবলৈ সাহ কৰিব পাৰেনে ? কোনে সেইডাল জৰী ডিঙিত বান্ধি ইপাৰ সিপাৰ দুয়োকূল নোপোৱাকৈ ককবকাই মৰিবলৈ বিচাৰিব ?

তথাপিও এয়া কি হৈ গ'ল ! মনৰ মাজত জোৰকৈ ফুচুলাই ৰাখিব খোজা অজান শিশুৰ দৰে অবুজ, অঁকৰা মনটোৱে কিয় যে এজনী মৰমিয়াল মুখৰ আইৰ দৰে মানুহ বিচাৰি জেদ পাতি ধৰিলে, যমুনাই বুজিও নিজকে বুজাব নোৱাৰিলে। প্ৰথমে যমুনাই নিজকে বুজাই কৈছিল, এয়া বৰ বেয়া কথা। বাওনা হৈ চন্দ্ৰলৈ হাত মেলিব নাপায়, পাছত পস্তাব লাগিব। তথাপিও মনটোৱে বুজনি মানিলে জানো ? যেন যমুনাৰ হাতত আলাউদ্দিনৰ চাকিহে আছে, তেনেভাবে এদিন মৰো-জীওঁকৈ কপালক্ সাধি কামিনীৰ সান্নিধ্যত দেখিলে, এখন সৰু ঘৰ, দুটামান ল'ৰা-ছোৱালী। বুঢ়া বয়সত সিহঁতে তাৰ সেৱা কৰিছে।



এতিয়াহে যমুনাই দেখিলে যে বিৰাট ভুল কৰিছিল। সস্তা বজাৰৰ দিনতে সি সংসাৰ পতা হ'লে ইমান ভাবি ভয় খাব নেলাগিলহেঁতেন আৰু তাৰ ল'ৰাও ইমানদিনে নিজে আৰ্জি খাব পৰাকৈ ডেকাই হ'লগৈহেঁতেন।

সেয়া যি হ'ব লাগে হ'ল। এতিয়াও তাৰ বহুত আশা। কামিনীক তাৰ বৰ ভাল লাগিছে। বৰ মৰমলগা মানুহজনী। বেচেৰীক সি ভাগ্যৰ সূৰতহে লগ পালে। এৰা, যাৰ কন্যা তাৰ বিবাহ। তাৰ লগত যোৱা বন্ধা আছে, তাক খণ্ডাব কেনেকৈ ? পঞ্জাবী মিস্ত্ৰিটোৱে কামিনীক এৰি দিলে বুলিয়েই তাই ইমান অস্পৃশ্য হ'লনে ? তাকে লৈ যে বৰলা মেছৰ শইকীয়া চাহাবহঁতে ফিচিঙাফিচিঙ কৰি হাঁহে।

হেৰ' তহঁতে বিয়া নকৰালি বুলি ময়ো নকৰামনে ? তহঁতে মেছত থাক। লাগ বুলিলেই মই যমুনাই টকাটো, আধলিটোৰ বাবদ কাৰোবাৰ বনিয়নটো ধুই দিছোঁ, ন'হলে কাৰোবাৰ অফিছলৈ যাবলৈ মন যোৱা নাই কাৰণে মিছা বেমাৰৰ অজুহাত দেখুৱাই দিয়া দৰ্খাস্তখনকে অফিছত দি আহিছোঁ। আৰু প্ৰত্যেক দিনে তিনিটা চাৰিটা মানুহৰ কাৰণে ৰাস্তাৰ চাৰিআলিত থকা কলৰ পানী আনি দিছোঁ। তাৰ বদলিনো তহঁতে দিয় কিটো, মাহেকত টকা পোন্ধৰটা আৰু কোনোবাই এৰা পেণ্ট-চোলাটো যেনিবা পোৱা হয়, ইমানেই।

ইহঁত আটাইবোৰ বৰ হিংসাকুৰীয়া। যমুনাই হ'বলা সিহঁতৰ দল আৰু ইচ্ছাৰ কথা গম নোপোৱা বুলি ভাবিছে। সকলো জানে, বুজে। ইজনে সিজনক বিয়া পাতিবলৈ কোৱাকুই কৰি আচলতে সিহঁতৰ প্ৰত্যেকে নিজৰ নিজৰ মনৰ ভাৱকহে প্ৰকাশ কৰে। সিহঁতে বিয়া বুলিলেই আৰ্থিক সমস্যাৰ কথাৰে যিখন মহাভাৰত মেলে, সেই মহাভাৰত তেতিয়া আৰু শইকীয়া-বৰুৱা চাহাবহঁতৰ সমস্যা জড়িত হৈ নাথাকি সোঁত বাগৰি গৈ ভাৰতীয় আৰ্থিক সমস্যাৰ মহাসাগৰত ডুব দি আমেৰিকাই সহায় নকৰিলে অহা জেনাবেশ্যনত কি হ'ব পাৰে, সেয়া আলোচনাত পৰিণত হয়গৈ।

এইবোৰ কথা আলোচনা কৰোঁতে কৰোঁতেই সিহঁতৰ চুলি পকিবৰ হ'ল, দুদিনমানৰ পাছত বানপ্ৰস্থীৰ পাৰপত্ৰ আপোনাআপুনি পাব, সিহঁতে আকৌ যমুনাক হাঁহিবলৈ আহে।

দেখিবৰ মন নাযায় ইহঁতক!

পানীখিনি আনি নিদিলে নহয় কাৰণেহে আনি দিছে, নহ'লে এইটো মেছৰ কাম এবিকে দিলেহেঁতেন।

দুদিনমান যমুনাই সেইটো খঙতে মেছত পানী দিবলৈ নগ'ল আৰু কামিনীয়েও তাক আৰু এঠাইলৈ পাচিলে। যেনে-তেনে হেনো এজনী সৰু লাগেই। ঘৰ-সংসাৰ কৰিলে গজালটোৰ পৰা আৰম্ভ কৰি খেৰ ডাললৈকে লাগে বুলি যমুনাই যেন কামিনী অহাৰ পাছতেহে জানিলে। অথচ ইমান দিনে সি এটা মেছত ভাত বান্ধি বাঢ়ি বান্ধনি হৈ আছিল, একো অভাৱ বা প্ৰয়োজনীয় বুলি অনুভৱো কৰা নাছিল। এতিয়া কামিনীয়ে আহিয়েই ওলোৱা সোমোৱা চোতালকণত কেইজোপা মান জলকীয়া ৰুই বাটৰপৰা গৰুৱে থৈ যোৱা গোবৰ কেই চুবামান বিচাৰি আনি দিছে। আৰু থকা কোঠাটো চকুত পৰাকৈ বিভিন্ন ধৰণৰ পেলনীয়া কেলেণ্ডাৰৰ ছবি আনি বেৰ নেদেখাকৈ সজাই তুলিছে।

এতিয়া আৰু যমুনাৰ মনপক্ষী যেতিয়াই তেতিয়াই বাহিৰলৈ উৰা নামাৰে। তামোলৰ পিকেৰে ৰঙাকৈ থোৱা কামিনীৰ হাঁহিমুৰা মুখৰ আবদাৰ, চুলিৰপৰা উৰি অহা মৃদু-মধুৰ তেলৰ গোন্ধে তাক বান্ধি ৰাখিব খোজে।

ইমান মায়া, ইমান অনুৰাগ জীৱনত ইমান দিন ক'ত লুকাই আছিল বাৰু? আগতে যমুনাই হাফপেণ্ট বা পায়জামা পিন্ধিছিল, কামৰ সুবিধাৰ কাৰণে। বিয়াৰ পাছতে সি ভাবিলে এতিয়া আৰু পেণ্ট পিন্ধিবনে? সকলো নতুন দৰায়েই দেখোন বিয়াৰ পাছত ধুনীয়া চুৰিয়া পাঞ্জাবী পিন্ধে। সি পিন্ধিলেনো কি ক্ষতি হ'ব?

কিন্তু পাঞ্জাবী নহয়, হাতকটা কামিজটোৰ লগতেই কামিনীয়ে নীল চাবোন দি ধুই গাঁৰুতলত ইস্ত্ৰি কৰি দিয়া ধুতিখন পিন্ধি কামিনীৰ সৰু দাপোণখনত মুখখন চাই কামিনীৰ চকুলৈ চাই এটা লাজকুৰীয়া



হাঁহি মাৰি মেছলৈ ওলাই আহোঁতেই মাষ্টৰৰ জীয়েকহঁতে পাই মাতি নি ভৰিৰপৰা মূৰলৈ চাই চাই সিহঁতে ইজনীয়ে সিজনীৰ চকুলৈ চাই হাঁহি মাৰি সুধিলে, "বাহ, আমাৰ যমুনাকাইক এতিয়াহে ভাল দেখিছে। বাৰু যমুনাকাই, কৃষ্ণচূড়া ফুলবোৰ ইমান ধুনীয়া নহয়নে?"

সিহঁতে প্ৰশ্ন কৰি ইজনীয়ে সিজনীৰ চকুলৈ চাই আনন্দৰ হাঁহি মৰা যমুনাৰ দৃষ্টিত ধৰা নপৰিল। 'ভাল লাগিছে' বুলি কওঁতেই তাঁৰ গা ৰঞ্জিত ৰঞ্জিত যেন লাগিছিল, তাতে আকৌ কৃষ্ণচূড়া ফুলাৰ বতৰৰ খবৰ!

কিয় দেখা নাই সি? তেজপুৰৰ ওখ-চাপৰ ঠাইবোৰত কৃষ্ণচূড়া, এজাৰ আৰু সোণাৰুৰ মণিকাঞ্চন সংযোগ সি জন্মৰেপৰা দেখি আহিছে, কিন্তু এইবাৰ যেন এই ফুলৰ ৰূপৰ বৰ্ণনা বেলেগ।

নাই, সি নকয়। যিহে ছোৱালী, লাগিলে, এথোপা পাৰি দিবলৈকে ক'ব। সি একো নক'লে যদিও ছোৱালীহঁতে প্ৰশ্নৰে থকা-সৰকা কৰি তুলিলে। কোনে ইমান ভালকৈ কাপোৰ ধুই দিয়ে, আজিকালি ঘৰৰ ৰন্ধা ভালনে মেছৰ ভাল, ইত্যাদি এশ এবুৰি প্ৰশ্নৰে তাক ব্যতিব্যস্ত কৰি তোলে। যমুনাৰ গাৰ অকাল বসন্তক সিহঁতে নিৰীক্ষণ কৰি কৰা এয়া প্ৰশ্ন।

এইবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ যমুনাই ততকে নেপায়। কিন্তু কামিনীৰ প্ৰত্যেকটো কথা আৰু প্ৰশ্ন সি মন দি শুনে। কৈ যায় তাৰ বিগত দিনৰ কথা। আগৰ তেজপুৰখনৰ কথা। বৰ গৌৰৱৰে সি এতিয়া কামিনীক কয় যে তাৰ ককাদেউতাকেই তেজপুৰৰ প্ৰথম মটৰ চালক আছিল। স্মিথ চাহাবৰ কাৰণে বিলাতৰপৰা অহা প্ৰথম মটৰ চালক হিচাপে তাৰ দেউতাক তেতিয়া কম গৰ্বৰ কথা নাছিল।

অৱশ্যে এইবোৰ সি শুনা কথাহে, বাপেকক দেখা তাৰ মনত নপৰে। আনকি বাপেকৰ নামটোও সি পাহৰি যোৱাৰ নিচিনা হৈছিল। এবাৰ ভোট দিবলৈ যাওঁতে তাক পিতৃ পৰিচয় সোধাত

হেনো মুখৰপৰা একে উশাহেই এইবুলি ওলাই আহিছিল: "কি জানিবে বাপেৰ নাম কি ছিলেক।"

অৱশেষে দেৱীকৈ সি উত্তৰ দিছিল এইবুলি: "স্মিথ চাহাবৰ মটৰ গাড়ী চলোৱা মাঙনীৰ পুতেকৰ মই পুতেক। মোৰ মাইৰ বাপেৰ নাম আছিল চৰ্দাৰ ভত্ৰুৱা মহান্তি!" এইবোৰো সি শুনা কথাহে।

সৰুতে কেনেকৈ সি নগৰৰ বিত্তবান মহম্মদ আলিৰ ঘৰলৈ আহিল নাজানে, কিন্তু ঈদৰ সময়ত সি এতিয়াও নিজকে মুছলমান আৰু পূজাৰ সময়ত হিন্দু বুলি পৰিচয় দিয়ে। ঈদৰ সময়ত তাৰ নাম হয় হেনো মহম্মদ যমুনা আলি, পূজাৰ সময়ত হয় যমুনা দাস।

কোনোবাই যদি তাৰ এই উমৈহতীয়া নাম আৰু ধৰ্মগ্ৰহণৰ প্ৰশ্ন কৰে, সি বুকুত থপৰিয়াই এইদৰে কয়: "মোৰ ধৰ্মৰ নাম মানুহ। জাতি দৰিদ্ৰ। উদ্দেশ্য পেট। মোৰ নিচিনা মানুহৰ আকৌ ধনী মানুহৰ দৰে ধৰ্মৰ বিচাৰালয়ৰ সুবিধা ক'ত?"

হাঁহিমুৱা কোনোমতে চাবে চাবি ফুট ওখ যমুনাক সেই কাৰণে কোনেও তুনাই প্ৰশ্ন নকৰে। কাৰোবাক জাহাজঘাটৰপৰা কেৰাচিন অনাৰ দৰকাৰ হ'লে যমুনাই আনি দিব, সত্যনাৰায়ণ বা লক্ষ্মীপূজাৰ কাৰণে পদুম ফুলৰ আৱশ্যক হ'লে ভয় নাই, যমুনাই ভৰা পানীতো সাঁতুৰি পদুম পুখুৰীৰপৰা ফুল আনি পূজাত লগাবই। মছজিদলৈ মম আগবঢ়াইছে, যমুনাৰ হাতত পঠাই দিয়ক।

এনেকৈয়ে পাৰ হৈছিল তাৰ দিনবোৰ। কোনেও হয়তো ভুলতো ভবা নাছিল এই যমুনাৰ হৃদয়তো লুকাই আছিল সংসাৰ পতাৰ অনুৰাগ।

কামিনীক সি কেনেকৈ সেই সংসাৰখনলৈ নিমন্ত্ৰণ কৰিব পাৰিলে বন্দনাৰ দৰে তুষ্ট, ফুৰ্তিবাজ ছোৱালীয়ে জানিবলৈ ইচ্ছা কৰিলেও সি নকয়। কাৰণ কামিনী তাৰ কাষ চাপিছে—তাৰ ভিতৰৰ মানুহটোক অন্ততঃ এটা প্ৰাণীয়ে মূল্যাংকন দিছে, সেয়াই বহুত। তাই ঘৰ সোমোৱাৰ পাছতে লুধিয়ানা পাটৰ কাপোৰ এসাজৰ সৈতে সেন্দুৰ এটেমা, পাউডাৰ, ফণী, আৰ্চি আনি দিছে। বিয়াৰ পাছতে এদিন



কোনো চিনাকি মানুহৰ চকুত ধৰা নপৰাকৈ প্ৰথম শ্ৰেণীত বহি কামিনীৰ স'তে সি হিন্দী ছিনেমা এখনো চোৱাত চাইছিল হয়, কিন্তু পৰ্দাৰ ছবিয়ে সেইদিনা তাৰ মন আকৰ্ষণ কৰাতকৈ কাৰোবাৰ কামিনীৰ মুখখনকে চাবৰ মন গৈছিল। পৰ্দাৰ ছবিত নায়ক-নায়িকাৰ এটা লাজলগা দৃশ্যক লুকাই চুৰকৈ দেখুৱাবৰ উদ্দেশ্যেই হ'বলা লাইট অস্পষ্ট হৈ পৰাৰ সুযোগতে এবাৰ সি বৰ সাৱধানেৰে কামিনীৰ হাত এখন নিজৰ হাতৰ মাজলৈ লওঁ বুলি হাতখন আগবঢ়াই দিয়াৰ লগে লগেই পুনৰ পোহৰ বেছি হৈ পৰাত তাৰ এনেকুৱা লাগিল, যেন সকলো দৰ্শকেই তাৰ সেই অভিযান ধৰা পেলাই মুখ টিপি হাঁহিছে।

মুহূৰ্ততে হাতখন সি আছাৰ মাৰি নিয়াৰ লগে লগে কামিনীয়ে সুধিলে: "কি হ'ল?"

"উৰহ" শব্দটো সি কোনোমতে কৈ শুকান ওঠ দুটা চেলেকিবলৈ ধৰি ভাবিলে, সময়বোৰ এনেয়ে নষ্ট হ'ল, তাতোকৈ ঘৰেই ভাল।

ৰাতি ছিনেমা ভাঙি আহি থাকোঁতে কামিনীয়ে তাক কেনে লাগিল বুলি সোধোঁতে সি একো উত্তৰ দিব পৰা নাছিল। কিন্তু কামিনীয়ে ছবিখনক খুব শলাগিছিল। প্ৰায় তিনি টকা খৰচ কৰিছে কেৱল এখন ছবিৰ কাৰণেই, বহু প্ৰতীক্ষাৰ পাছত। কিনা হাঁহৰ মঙহ ঠোঁটলৈকে হয়েই বুলি কামিনীৰ কাৰণে নজনা হ'লেও যমুনাৰ কাৰণে নহয়। যমুনাৰ ভয়টো আছিল আকৌ ছিনেমা চাবলৈ কামিনীয়ে ক'ব বুলিহে। পিছে এইবাৰ ছিনেমাৰ ঠাইত হ'ল কামিনীৰ খেচখেচনি এজনী গাই গৰুৰ। গৰুজনীৰ টকা অৱশেষে ক'ৰবাৰপৰা কামিনীয়েই আনি দিলে। গাখীৰতো গাইজনীৰ পোৱা গাখীৰখিনি যমুনাই নাখাই বেছি পইচা গোটোৱাৰ দিহা এটা কামিনীক দিলত, কামিনীয়ে হাঁহি মাৰি উৰাই দিলে। যেন তাইক টকাৰ দৰ্কাৰ নায়েই।

অৱশেষে ইয়াৰ অন্তৰালত যমুনাৰ এটা উদ্দেশ্য আছিল। সি ভাবিছিল, কোনোমতে কষ্টে-মষ্টে কটাই দুটামান পাই পইচা গোটাই মাটি অকণ নিজাকৈ কিনি ঘৰ এডোখৰ কৰাৰ তাৰ ইচ্ছাটো বাঢ়িছে। নিজৰ পো-জীকো ক'বলৈ হ'ব তেও। আৰু কামিনীয়ে জানো

ভাবিছে সিহঁত সদায় ছুটা হৈয়ে থাকিব? তিনিটা তো এদিন হ'বই!...

ওঁহো, নুবুজে। মাইকী মানুহতো!

দুদিনমান যমুনাই গাথীৰ নাখালেই। কিন্তু নাখাই লাভ ন'হ'ল, কামিনীৰ মৰম মিহলি অনুৰোধে খাবলৈ বাধ্য কৰালে। ইমান মৰমিয়াল মানুহজনী! তাৰো বেয়া লাগিল। নিজৰ মানুহটো বুলিহে আৰু তাই জোৰ কৰিছে, আনক জানো কৰিব?

নকৰে। নকৰে বুলি ভাবিলেই মিঠা আপত্তিৰে যমুনাই গাখীৰ নোখোৱাকৈ থাকিব নোৱাৰে। তাৰ পাছত পটাৰ প্ৰশ্নটো আহিল। ইমান দিনে এচটা শিল ৰাস্তাত দিবলৈ অনা শিলগুটিৰ মাজৰপৰাই এচটা শিলৰে কাম চলাই আহিছে যদিও, কামিনীয়ে ক'লে, এনেকৈ বৰ অসুবিধা। মছলাবোৰ ভালকৈ গুড়িয়েই নহয়?

অথচ যমুনাৰ হাতত এটা ফুটা পইচা বুলিবলৈকো নাই। ওপৰঞ্চি এশমান টকা তাৰ ধাৰহে লাগিল। নতুন মানুহজনীকনো সি নাই বুলিনো কয় কোনটো সতেৰে? কিমান আশাৰে সিহঁতে ঘৰ বান্ধিছে, ক'বলৈ বেয়াই লাগে।

বৰলা মেছত পানী দিবলৈ গৈ যমুনাই সেই কথাটো ভাবিয়েই পানী বাল্টিত ভৰাই আছিল। পানী উপচি ভৰি পৰিছে, সি চিন্তাত ক'বই নোৱাৰে। এবাৰ আন এটা মানুহে ক'লে, "বুঢ়া বয়সত তৰুণী ভাৰ্য্যা পাই সকলো পাহৰিছে"—কথাখিনি শুনাৰ পাছত মানুহটোৰ মুখত ঘুচি এটা বহাই দিবৰ মন গৈছিল, বয়স বুঢ়া হ'ব পাৰে, মনটো তাৰ বুঢ়া হোৱা নাই আৰু তাৰ বয়সনো কিমান হৈছে? মাত্ৰ দুকুৰি পাঁচহে। চহৰৰ চাকৰিয়াল মানুহবোৰে বয়স লুকুৱায় কাৰণেহে। নহ'লে তাক কুৰি বছৰীয়া ডেকা বুলিয়েই ক'লেহেঁতেন।

নগৰত থাকিলে এইবোৰ শুনিবই লাগিব। এইখন কিবা তাৰ ঘৰনে যে মাকৰ দৰে বয়সকো বয়স নকৈ সদায় চিৰকুমলীয়া বুলি কৈ থাকিবলৈ!

এইবিলাক কাৰণতে এইবিলাকক অকণো ভাল নালাগে, আঁতৰি



থাকিবৰ মন যায়। পানী ডুবাল্টি নি থেকেচা মাৰি থোৱা শইকীয়া চাহাবৰ চকুত পৰাত তেওঁ ভাবিলে, নৱবিবাহিতা স্ত্ৰীৰ লগত চাগে' এওঁ কিবা মান-অভিমানৰ নাটক কৰি আহিছে। যমুনাক কি হৈছে বুলি সুধিলত সিয়ে পটাখনৰ কথাটো কৈ শইকীয়া চাহাবৰ মুখলৈ চালে। কিন্তু উৱা! তেওঁ কয় শুনা, "এখন জীৱন্ত পটাতো বুকুত ওলোমাই লৈছই আকৌ এখন কিয়?"

হো, এনে মৰমৰ মানুহজনী এতিয়া পটাহে হ'বগৈ। বান্দৰে কি মুকুতাৰ মোল বুজিব? বুজিলেনো চুলি পকালৈকে মেছত পৰি থাকেনে? হিংসাকুৰীয়া ক'ৰবাৰ! যমুনাই হ'বলা নাজানে, সিহঁতৰ আটাইৰে তাৰ সুখী গৃহস্থী দেখি চকু পুৰিছে বুলি?

আজিৰপৰা আৰু যমুনা এই ঘৰলৈ নাহে বুলিছে, নাহে। আহিব লগা হ'লে কাণ এখনকৈ কাটি পেলাব।

গোঁ-গোঁৱাই সি খং আৰু বিৰক্তিৰে ওলাই গৈ কামিনীক সকলো গৈ ক'লে যে, বৰ্তমান তাৰ হাতত এটা ৰঙা পইচাও নাই। কামিনীয়ে শুনি প্ৰথমে মুখৰ বৰণ সলাই অবাকভাৱে উত্তৰ দিলে, "শুনিছিলোঁ কোৱা তোমাৰ হেনো বহুত হাজাৰ টকা জমা আছে। ল'ৰা কালৰেপৰা এই বুঢ়া বয়সলৈকে তুমি অৰ্জা টকাবোৰ তেন্তে ক'লৈ গ'ল?"

বৰ বিশ্বাসৰ কণ্ঠস্বৰেৰে বুজাবলৈ যমুনাই শপত খাই ক'লে, সঁচাকৈয়ে তাৰ টকা নাই। যি শুনিছিল সেইবোৰ মিছা।

সেইবাৰ কামিনীয়ে হয়তো বিশ্বাস কৰিলে; কিন্তু সেই বিশ্বাসৰ পাছতে তাইৰ মুখৰ ভাব পৰিৱৰ্তন হৈ যোৱা যমুনাৰ সহজ-সৰল দৃষ্টিয়ে চায়ো বুজিব নোৱাৰিলে। হওক এখন সামান্য পটাহে, তাৰ কাৰণে আৰু কামিনীৰ দৰে এজনী মানুহে মনটো এঙাই পেলাবনে? নেপেলায়। নাৰীৰ মন বৰ কোমল, সকলো সহজে বুজে। তাৰ পাছত উৎসাহ যেন পাই যমুনাই কৈ গ'ল মনৰ আঁচনিবোৰৰ কথা। ভৱিষ্যতৰ ধুনীয়া দিনবোৰৰ কথা। কামিনীয়ে 'ওঁ-আঁ' কৈ সকলো শুনি গ'ল। যমুনাৰ মনটো বৰ ভাল লাগি গ'ল। যেন সি এখন নিৰ্মল

আকাশ। শৰতৰ দৰে এই নির্মল আকাশৰ বতৰত য'ত নাই জহ-জাৰৰ অত্যাচাৰ, দুখ আৰু দাৰিদ্র্যৰ অত্যাচাৰে তাৰ নির্মল মনত একো ৰেখাপাত কৰিব নোৱাৰিলে। হাঁহি হাঁহি তাৰ পাছৰ দিনাও সি বৰলা মেছলৈ গ'ল…তাৰ পাছদিনাও……।

কিন্তু এসপ্তাহৰ পাচত এদিন আহি দেখিলে সি আৰু কামিনী থকা ঘৰটোৰ টিনৰ দুৱাৰখন বাহিৰৰপৰা শাৰীৰ পাৰিব ৰছী এডালৰে বন্ধা। যমুনাই ভাবিলে কামিনী চাগৈ ওচৰতে ক'ৰবালৈ গৈছে। কিন্তু এদিন দুদিনকৈ দিনবোৰ পাৰ হৈ গ'ল, কামিনী আৰু তাৰ কাষলৈ সেই মধুৰতম স্বপ্ন যোজনাত ইন্ধন যোগাবলৈ নাহিল। এতিয়া সকলোকে জনাৰ দৰে সিয়ো জানে, কয়, এইবোৰ জিৱণীয়া মৌ, নতুন বাহলৈ গুচি গৈছে।

মিলিটেৰীৰ কোনোবা এটা নাপিতৰ সৈতে তাইক সেইদিনা গধূলি পদুমপুখুৰীৰ কাষেদি যোৱা বহুতেই দেখিছিল হেনো!

যমুনাই আৰু কি কৰিব পাৰে। ডেউকা থাকিলে উৰিবই। কিন্তু সি ভাবি আচৰিত হয়, এখন সামান্য পটাৰ কাৰণেই তাই বাৰু গুচি গ'ল কোনটো সতেৰে। এবাৰলৈনো বাৰু তাইৰ মানৱ হৃদয়ত এটিবাৰৰ কাৰণেও তাৰ প্রতি ন'হল সহানুভূতি, ন'হল সমবেদনা। মানুহ জানো ইমানেই নিষ্ঠুৰ থাকিব পাৰে? এই কেইমাহে মনৰ আঁচনি আৰু আশাবোৰ, যিবোৰ কামিনীয়েই তাৰ লগতে 'হয়' বুলি মানি লৈ কামত অভিনয় কৰিছিল, সেইবোৰ কথাই এটিবাৰৰ কাৰণে হ'লেও তাইৰ বুকুত ৰেখাপাত কৰিব নোৱাৰিলেনে? সেইখন তাইৰ তেজ-মঙহৰ বুকুনে, শিলৰ পটা! যমুনাৰ বুজিবলৈ বৰ টান লাগিল। হয়তো ইয়ে এখন পটাই যি বুকুৰ পটাত পিহি থাকিলেও কোনো পৰিৱৰ্তন নহয়।

সেই কাৰণেই চাগৈ শইকীয়া চাহাবেও পটা বুলি কৈছিল দেই?

তাৰ পাছত সেই সৰু কোঠাটোৰ মধুৰ গুনগুননি কোনেও নুশুনা হ'ল। যমুনাই এতিয়া কথাই কথাই নিজকে বৰ বুঢ়া বুলি কয়। সুবিধা পালেই সি এতিয়া বৃটিছ ৰাজত্বৰ দিনৰ কথা কয়। মনটো



তাৰ কেতিয়াবা বৰ সেমেকি যায়। ল'ৰা-ছোৱালীবোৰ দেখিলে তাৰ নিজৰ শৈশৱ আৰু বহুত কথা মনলৈ আহে।

এনেকৈ দিন পাৰ হওঁতেই নগৰখনৰ আৰু বহুত পৰিৱৰ্তন হৈছে। বিভিন্ন বিদেশী ভাষাৰ মাত-কথাই প্রতিযোগিতা পাতি, ফেৰ পাতি উঠাৰ লগে লগে আকাল বাঢ়ি গৈছে। মাছৰ দাম সোণৰ দামে একেলগে প্রতিযোগিতা চলিছে। গালে-মূৰে হাত দি সি এতিয়া এক অনাৰ এচকল ৰৌ মাছৰ দিনৰ কথা ভাবে আৰু ল'ৰা-ছোৱালীৰ আগত ক'য়। সিহঁতে কোনেও বিশ্বাস নকৰে, কৰিব কিয়? এদিন যমুনাই নিজ চকুৰেই দেখিলে, হোটেল এখনত খাই পেলাই দিয়া ভাত চুৰনিৰপৰা বুটলি নি ধুই খাবলৈ কেইটামান ল'ৰা-ছোৱালীৰ প্রতিযোগিতা চলিছে, কোনে আগতে সেই ভাত খাব। তেনেকৈয়ে সিহঁতে বুটলিছে, খাইছে। কাবোৰে এবাৰলৈ ঘূৰি চাবৰ সময় নাই। যমুনাই সেই দশা দেখি ভাবিলে, ভালেই হ'ল তাৰ কোন সতি-সন্ততি এনে দৃশ্যৰ মাজত অৱতীৰ্ণ হ'বলৈ নেথাকিল। নহ'লেনো সি কিহেৰে খুৱালেহেঁতেন। তথাপিও বুকুখন এবাৰ টনটনাই উঠিল, বুঢ়া বয়সত সি বা ক'ত কেনেকৈ মৰে। চাবলৈকে আপোন বুলি কোনোবা এটা থকা হ'লে!……

…কাউৰীৰ দৰে ভাত লৈ টনা-আঁজোৰা কৰা ল'ৰা-ছোৱালী কেইটাৰ অৱস্থা দেখি তাৰ চকু দুটা সেমেকি উঠিল, জগতৰ সকলো মানুহেই আজি কি কামিনীৰ দৰে পটা হৈ গৈছে? নহ'লে এনে এটা দৃশ্য সি দেখিব কিয়? ক'তা, সেইবোৰ মানুহেও দেখোন কামিনীৰ দৰে মিঠা মিঠা কথা আৰু বক্তৃতা দিয়া সি বহুত শুনিছিল। নে টকাই সকলোকে পাথৰ কৰি তুলিছে?

যমুনাই একো নুবুজে। জেপত সি খেপিয়াই চাই পালে শইকীয়া চাহাবে দিয়া টকা পাঁচোটা। বেচেৰাই টকাকেইটা মৰমতে দি নথকা হ'লে তাৰ কি গতিয়েই হ'লহেঁতেন। মাত্র পাঁচোটা টকা, সেই টকাকেইটা লৈ সি হোটেলৰ ভিতৰলৈ সোমাই গ'ল জীৱনৰ প্রথম তীৰ্থৰ দক্ষিণাৰে। ল'ৰা-ছোৱালী কেইটা মাতি নি এঠাইত বহুৱাই

সি সিহঁতলৈ বুলি হোটেলৱালাক ভাত দিবলৈ কোৱাত সি উত্তৰ শুনিলে ঃ "ইমান লেতেৰা, ফাপৰে খোৱা কুকুৰৰ দৰে মানুহক আন মানুহৰ স'তে ভাত দিবলৈ হ'লে আমাৰ হোটেল দেউলীয়া হ'ব, আমি নোৱাৰিম—"

হাতত টকা কেইটা লৈ হতভম্বৰ দৰে যমুনাই মানুহজনৰ মুখলৈ চাই ভাবিলে এয়া আকৌ কোন হৃদয়ৰ পৰিচয়! আজি জগতৰ সকলো মানুহ কি পাথৰৰ দৰেই একো একোখন পটাৰ দৰেই হৃদয়ৰ গৰাকী হ'ল !!

যমুনাই একো নুবুজিলে।

সি নুবুজে।



# উঁই হাঁফলু

বহুত দিনৰ মূৰত চন্দ্ৰপেহাহঁতৰ ঘৰত যাবলৈ ওলালোঁ। ইমানদিন গুৱাহাটীত থাকিও যাওঁ যাওঁ বুলিও যাব পৰা নাই কাৰণে নিজেই লাজ পাই আছে। যোৱাবাৰ পেহাৰ ডাঙৰজনী ছোৱালীৰ বিয়াত আহি পেহা-পেহীৰ মাজু ল'ৰা ৰাজু আৰু ছোৱালী মিনুয়ে মাতি গৈছিল, তথাপিও যাব নোৱাৰিলো গতিকে সিফালৰপৰা দ্বিতীয়বাৰ আমাৰ ঘৰলৈ পেহাহঁতৰ কোনো অহা নাই। আহিবইবা কিয়? ইমান ওচৰতে থাকি এদিনলৈ যোৱা নাই।

তাতে পেহা-পেহী বুঢ়া হৈছে। তেওঁলোক নহাত জগৰ ধৰিবলৈ আমাৰ একো নাই বুলি ভাবিলো।

পেহাহঁতৰ ঘৰ ঠিক নগৰত নহয়, সিপাৰত; গাঁও বুলি ক'লেও ক'ব পাৰি, নগৰ বুলি ক'লেও ক'ব পাৰি। কিছুমানে সেইদৰেই কয়! অৱশ্যে ঠাইখন বৰ উন্নতশীল। মানুহবোৰ সকলোতে আগৰেপৰা আগবঢ়া।

এসময়ত পেহাহঁত থকা ঠাইবোৰ একেবাৰে খাটি গাঁও আছিল বুলি অনুমান সহজেই কৰিব পাৰি, এতিয়া অৱশ্যে বহুত পৰিৱৰ্তন হৈছে। ল'ৰা আৰু ছোৱালীৰ দুখনকৈ আছুতীয়া হাইস্কুল হোৱাৰ উপৰিও এখন কলেজো হৈছে; টাউন কমিটিও আছে, আৰু আজিকালি তাত সন্ধ্যা নিয়মীয়াকৈ এখন বজাৰো বহে। আগতে সপ্তাহত এটা দিনতহে হাট বহিছিল।

পেহাহঁত সেই অঞ্চলৰ পুৰণা চহকী মানুহ আছিল, মানুহ তেওঁলোকৰ ঘৰলৈ গ'লে চ'ৰা ঘৰতে বৰপীৰা বহুৱাই পেহীয়ে বানবাটিত বৰা চাউলৰ লগত এঠা দৈৰে জলপান দি অতিথি সৎকাৰ কৰা মযো দেখিছোঁ, তদুপৰি তেওঁলোকৰ বৰ ঘৰত থকা পেৰাখাটত বোলে আহোম বজাই দিয়া সোণৰ পানী চৰোৱা এখন তৰোৱালো আছিল; সেইখন

দেখুৱাই চ'ৰা ঘৰত অহা অতিথিৰ আগত পেহাই ৰজা ষষ্ঠ জৰ্জৰ পুৰণা ফটো এখনৰ ওচৰত বহি নিজৰ বংশৰ গুণানুকীৰ্ত্তন কৰি গৌৰৱ অনুভৱ কৰিছিল।

সেই পেহা-পেহীৰ ঘৰলৈ গ'লে আমাৰ আদৰৰ সীমা নাছিল। বজাৰৰ পৰা ভালবো ভাল মাছ অলপ কিনি আনিবই।

অৱশ্যে এনেয়েই পেহা অলপ বেছি জুতি খোৱা বিধৰ মানুহ আছিল। খাইছিল যেনেকৈ আৰ্জিছিলো তেনেকৈ। পেহাৰ কাৰণেই ঘৰখনত কোনেও দিনত শুব নোৱাৰিছিল। গতিকে বিছ-পঁচিছজন মানুহেৰে গোটেই দিনটো পেহাহঁতৰ ঘৰখন খদমদম লাগি আছিল।

সেই পেহা-পেহীৰ ঘৰলৈ আজি আমি যাবলৈ ওলালোঁ। পেহাহঁতৰ ঘৰ থকা চুবুৰিটোত সোমাই চকুৱে চাৰিওফালে পিটপিটাই চালে, যিখন ঘৰৰ পদূলিমুখত এটা বাটচ'ৰা আছে, বাটচ'ৰা এৰি সোমাই যাবা, তাৰ পাছত পাবা এটা প্ৰকাণ্ড ঘৰ, সেইটো পেহাহঁতৰ চ'ৰা ঘৰ। চ'ৰা ঘৰত সোমায়েই দেখিবা যুটীয়াভাৱে থকা বিছ-পঁচিছজন মানুহৰ এখন ঘৰত আলহী-অতিথি আহিলে বহিবলৈ কেইখনমান হেণ্ডেল নথকা কাঠৰ চকী, তাৰ ওচৰত দুখনমান মানুহ বহা টুল, ডাঙৰ মুঢ়া, বৰপীৰা এখন, আৰু দুখন হেণ্ডেল থকা চকীৰে সৈতে এখন ডাঙৰ মেজ। বেৰত আছে কৃষ্ণ, শিৱ, পাৰ্বতীৰ ছবিৰে সৈতে প্ৰকাণ্ড শৰপন্থুৰ শিঙৰ মাজত ৰজা ষষ্ঠ জৰ্জৰ ছবি আৰু একাষে গান্ধীজীৰ ছবি। এইবোৰ থকা এই চ'ৰাঘৰটো এৰি অকণমান এখন চোতাল পাৰ হৈহে আচল থকা ঘৰ।

পেহাহঁতৰ ঘৰৰ পুৰণা ছবিখন মনৰ লেন্সত আঁৰি বিচাৰিলোঁ, তেওঁলোকৰ ঘৰ। কিন্তু ক'তো চকুত নপৰিল।

অৱশ্যে এই কেইবছৰতে ঠাইখনৰ বহুত পৰিৱৰ্তন হ'ল। আগতে য'ত সৰু সৰু গেলামলাৰ দোকান দুখন আছিল, তাৰ ঠাইত এখন ছাইনবৰ্ডত লিখা আছিল, 'পঞ্জাব ৰেস্তৰাঁ। ছাইনবৰ্ডৰ নামটো পঢ়ি ভাবিলোঁ, আমাৰ গাৱঁতো পঞ্জাবী, মাদ্ৰাজী চাহা-ভাতৰ দোকান হ'ল! আৰু সৌখন নতুন ছেলুন হৈছে। ইহঁতে পেহাৰ নাম ক'লে



ক'ত চিনি পাব চাগৈ। ইয়াৰ পাছত এখন চালিৰ তলত থকা এটা ছাইকেল মিস্ত্ৰীলৈ চাই ভাবিলোঁ এইজন নিশ্চয় অসমীয়া হ'ব, তেওঁ নিশ্চয় পেহাক চিনি পাব। মই পেহাৰ নাম কোৱাত তেখেতে বৰ আমোদ পোৱাদি ক'লে, "আপুনি দেখোন তেখেতৰ পদূলিমুখতে থিয় দি আছে, ভিতৰলৈ সোমাই যাওক।

মানুহজনৰ কথা শুনি মই ক'ব খুজিছিলোঁ: নহয়, তেখেতৰ পদূলিমুখত এটা বাট চ'ৰা আছে, ইয়াততো নাই। আৰু পেহাহঁতৰ ঘৰ হ'ল প্ৰকাণ্ড খেৰৰ দুচলীয়া পুৰণা ঘৰ। মই থিয় দি থকা ওচৰৰ ঘৰটো হ'ল সৰু টিনৰ ঘৰ। মই হয়-নহয় কিবা চিন্তা কৰা যেন দেখিয়েই হ'বলা মানুহজনে আকৌ ক'লে, "হয় যাওক, সেইটো তেখেত সকলৰে ঘৰ। তেখেতসকল ঘৰতে থাকিব পাৰে।'

মই সোমাই গ'লোঁ, অলপ সংকোচেৰে। কিন্তু সেয়া তেনেই বগা হৈ পৰা পকা থেকেবাৰ দৰে পেহা নহয়নে? মই মাতিলোঁ, "পেহাদেউ"।

পেহাই মোৰ মাত শুনি অকণমান সময় ভালকৈ মোৰ মুখলৈ চাই ক'লে, "আও! এয়া দেখোন মামণি! হেৰা, মামণি আহিছে।"

পেহাৰ ব্যস্ততা দেখি মনটো পুৰণা দিনলৈ দৌৰ মাৰিলে যদিও, চকু দুটা স্থিৰ হৈ ৰ'ল বৰ্তমানৰ ৰং-ৰূপত, ইমান পৰে দেখিম দেখিম বুলি ভাবি অহা সেই পুৰণা চ'ৰাঘৰবো নাই, আৰু গোসাঁই-গোসাঁনীৰে ভৰি থকা, ছবিৰ মাজত ৰজা ষষ্ঠ জৰ্জৰ ছবিও নাই।

এতিয়া চ'ৰা ঘৰৰ ঠাইত হৈছে এটা নতুন ডাঙৰ কোঠা, সেইটোক পেহীহঁতে কয় ড্ৰইং ৰুম। আৰু তাত আছে এটা আটকধুনীয়া ছোফা-ছেট। কেৱল এটাই নহয়, দুটা কোঠাত দুটাকৈ ধুনীয়া ছোফা-ছেট আছে। লক্ষ্য কৰিলো পেহাহঁতৰ ঘৰখনৰ ৰং বহুত বদলিল।

বহুত পৰৰ মূৰত পেহীদেউ ওলাই আহি ক'লে, "অ' তুমি আহিছা?" পেহীৰ কথাৰ সুৰত অলপ সেমেকা অভিনন্দন ধৰা পৰিল। আজি পেহীকো বৰ বেলেগ বেলেগ লাগিল। যেন আগতকৈ অলপ গহীনো হ'ল।

ভাবিলোঁ, মই ইমানদিনে নহাৰ কাৰণেই চাগৈ এই সুৰ। নিজকে অলপ দোষী ভাবি, দোষ একুৱাবলৈকো ক'লোঁ, "বাৰু মই আহিব পৰা নাই বেলেগ কথা। আপোনালোকেতো যাব পাৰে?"

মোৰ কথাতে পেহীয়ে অকণমান অভিযোগৰ সুৰেৰে ক'লে, "কিনো যাবা, আজিকালিৰ দিনত মানুহৰ ঘৰলৈ ফুৰিবলৈ যোৱা মানে যোৱাৰো খৰচ, গৃহস্থৰো এগাল খৰচ।"

এনেতে পেহাই পেহীৰ কথাত থাপ মাৰি ধৰাদি ধৰি ক'লে, "হেৰা কিনো কথাবোৰ কোৱাহে। ছোৱালীজনী ইমান দিনৰ মূৰত আহিছে। যোৱা চাহ-তাহ এটোপাৰ যোগাৰ কৰাগৈ —"

পেহী যোৱাৰ পাছত মই ঘৰলৈ অলপ ইফালে-সিফালে চালোঁ। কিয় জানো আগৰ দৰে মুকলিকৈ ঘৰখনত ওলাব-সোমাবলৈ সাহস নহ'ল। যেন গোটেই ঘৰখন এখন সুন্দৰকৈ ধুই ইস্ত্ৰি কৰি থোৱা এজন বিশেষ গৰাকীৰ কাপোৰহে।

পেহাই ক'লে, তেওঁলোকৰ আগৰ যুগ্ম পৰিয়াল আজিকালি বেলেগ হ'ল। গতিকে ঘৰো কেইবাখনো হ'ল।

মই পেহাৰ কথা শুনি ঘৰটোলৈ অলপ লক্ষ্য কৰোঁতে দেখিলোঁ আলনাত এজাপ ধুনীয়া টাই। হয়তো পেহাৰ ল'ৰা ৰাজুৰ। ওচৰত আৰু বহুত দামী সাজ-পাৰ দেখি ভাবিলোঁ আগতে কিন্তু পেহাহঁতৰ ঘৰত এই দামী চাহাবী সাজ-পাৰৰ চৰ্চা নাছিল। পেহাহঁতে ল'ৰা কালৰেপৰা ধুতিকেই পিন্ধি আহিছে। চাহাবে আমাৰ দেশ এৰি থৈ যোৱাৰ পাছতহে আমাৰ চাহাব-প্ৰীতি বাঢ়িছে।

বহুত পৰৰ মূৰত পেহীয়ে দুখনমান লুচি আৰু একাপ চাহ লৈ ওলালহি। পেহাই মোলৈ অনা জলপানখিনিলৈ চাই অলপ বিষণ্ণ সুৰেৰে ক'লে, "ইমান দিনৰ মূৰত ছোৱালীজনী আহিল, খুৱালা এই সোপা।" মই হ'ব হ'ব বুলি পেহাৰ কথা তল পেলাবলৈ যত্ন কৰিলে হয়, কিন্তু পেহাই তেতিয়া জিভা পূৰা দমেৰে চলাই কৈ গৈছে: "তোমাক কি খুৱাবলৈ কম আই, আজিকালি নিজেই খাব নোপোৱা হ'লোঁ। আগৰ দৰে বস্তু আজিকালি নাপায় ময়ো জানো, কিন্তু



থকাখিনিও আমি নাপাওঁ, খোৱাৰ কথা ক'লেই, ল'ৰাহঁতে দপদপাই উঠে। খোৱাটো হেনো এটা বিলাস!

তাৰ পাছত পেহাই কৈ গ'ল তেওঁৰ দুখৰ কথা।

ৰত্নেশ্বৰ বৰুৱাৰ কথাই একালত যিখন ঘৰত কথা আছিল, সেই হেন মানুহৰ কথাও যে এটা সময়ত অচল টকাৰ দৰে হ'ব পাৰে, সেয়া বৰুৱাই বুজিলে তিনি কুৰি পাঁচ বছৰত। তেওঁৰ দৰে ডেকা বয়সত তেজী আৰু প্ৰতাপী মানুহৰ কাৰণে বুঢ়াকালটো এটা অভিশাপ। কিয়নো বুঢ়াকালটোক নতুনকৈ শিক্ষা পাই উঠি অহা পুতেকে যেতিয়া কথাই কথাই বুজাব খোজে যে, দেউতাহঁতৰ কথা আজিকালি আৰু নচলে, আৰু পুতেকৰ সেই কথাকে যেতিয়া ঘৰৰ মাকৰপৰা আৰম্ভ কৰি ভৃত্যজনলৈকে 'হয়' বুলি কয়, তেতিয়া আৰু বৃদ্ধৰ হাৰ নামানি উপায় ক'ত? আৰু এই বিষয়ত অকলে তেওঁ যুদ্ধ কিমান দিব? গতিকে মনে মনে থকাই ভাল বুলি ভবা সকলো বৃদ্ধৰ দৰে বৰুৱাও বয়স পৰি অহাৰ লগে লগে মৌন হৈ গৈছিল। হৈছিল বাধ্যত পৰি, নহ'লে বাপেক পুতেকৰ মাজত যুদ্ধ হ'বৰ সময়ৰ তেজ প্ৰদৰ্শন কৰাৰ।

মনে মনে বাধ্যত থাকিলেও, ভিতৰি বৰুৱাৰ মনটোও আগৰ ডেকা-কালৰ দৰেই তেজী হৈ আছিল, আৰু সেই মনৰ শাসনে কেতিয়াবা তেওঁক বিমোৰত পেলাইছিল। এনেকৈ বিমোৰত বৰুৱা এবাৰ নহয়, বহুবাৰ পৰিছিল, আৰু প্ৰত্যেকবাৰেই তেওঁৰ ধৈৰ্য্যৰ সীমা অতিক্ৰম কৰিব লগা হৈছিল। কিন্তু যেতিয়া তেওঁ বুজিছিল, এতিয়া তেওঁ তেওঁৰ সংসাৰৰ সিংহাসনত পদচ্যুত আৰু ক্ষমতাচ্যুত, তেতিয়া তেওঁ মনে মনে তেওঁৰ শত্ৰু বয়সক ধিক্কাৰ দি কৈছিল, বুঢ়া বয়সলৈকে মানুহ জীয়াই থাকিব নাপায় আৰু জীয়াই থাকিলে তেওঁৰ অৱস্থা হয় বৃদ্ধ মোগল সম্ৰাট শ্বাহজাহানৰ দৰে।

বৰুৱায়ো মনে মনে প্ৰতিবাদ কৰিলেও বাহিৰত পুতেকহঁতে যি কৈছিল, তাকে মানি লৈছিল। এতিয়া ঘৰৰ সকলো উপাৰ্জন আগৰ দৰে বৰুৱাৰ হাতত নাথাকে, মাক আৰু পুতেকৰ হাতত থাকে, গতিকে

তেওঁলোকৰ ইচ্ছাকেই বকুৱাই নিজৰ ইচ্ছা বুলি মানি লব লগা হয়। অৱশ্যে কেতিয়াবা তেওঁ প্ৰতিবাদ কৰি উঠে। এনেকৈ এবাৰ তেওঁ প্ৰতিবাদ কৰিছিল—যেতিয়া পুতেক-জীয়েক আৰু মাক একালে হৈ এদিন স্থিৰ কৰিলে বাটৰ বাট চ'ৰা বাহিৰৰ চ'ৰা ঘৰ ভাঙি পেলাই তাত সজা উচিত এটা নতুন ঘৰ; ঘৰটোৰ নাম হব ড্ৰইং ৰুম।

ল'ৰা-ছোৱালীৰ কথা শুনি বকুৱাই প্ৰতিবাদ কৰি কৈছিল, "কিয়নো ভাঙিব লাগে, সেইটো ঘৰৰ শালখুটাবোৰ দেখোন আৰু পঞ্চাছ বছৰ যাব।"

তেতিয়া পুতেক-জীয়েকে কৈছিল, দেউতা আগৰ দিনৰ মানুহ, সেইডাল ঘৰ লৈ তেওঁ গৌৰৱ কৰিব পাৰে, কিন্তু সিহঁতে লাজ পায়।

অৱশেষত বাপেকৰ মতৰ বিৰুদ্ধেও আৰ্জনশীল পুতেকে যেতিয়া ঘৰটো ভাঙি পেলাই নতুনকৈ সাজিবৰ আয়োজন কৰিলে তেতিয়াও বাপেকে কৈছিল, খৰচৰ কথা, নতুনকৈ ঘৰ এটা সাজি ইমান ধুনীয়া ধুনীয়া চকী-মেজ গোটাবলৈ কমেও দেখোন ত্ৰিছ-চল্লিছ হাজাৰ টকা লাগিব। ইমানবোৰ টকা ক'ত পাব? আৰু মানুহ বহা কোঠাটোও ইমান সজাব লাগেনে? ইমান দিনে মানুহ অহাই নাছিল নে আহি বহাই নাছিল? সেই হেঙেল নথকা চকী কেইখনতে বহিয়েই দেখোন তেওঁ সুখৰ-দুখৰ সকলোৱে ভাগো লৈছিল আৰু এই অঞ্চলত তেওঁক সন্মানো নকৰা নাছিল। এতিয়ানো ঘৰখনলৈ কিমান মানুহ আহে? যি এটা-দুটা আহে তাতো সিহঁতৰ আপত্তি! বিনা কামত মানুহক ইহঁতে মাত এষাৰো দিবলৈ টান পায়।

বকুৱাই এইবোৰ ভাল নাপায়। জীয়েক, পুতেকে কয়: "দেউতাৰ দৰে আমি চলিলে, আমাৰো সেই একেই অৱস্থা হ'ব। দেউতাহঁতৰ দিন এতিয়া অচল।"

ঘৰটো সজোৱাৰ আৰম্ভণিৰেপৰা বকুৱাই দেখিলে আজিকালি ঘৰৰ বজাৰ কৰাৰ বাবটো পুতেকেই লৈছে আৰু মাহেকত এসাজ মাছো কেতিয়াবা নিমিলা কৰি তুলিছে। আগতে এটা দিনো মাছ-মাংস নহ'লে নোহোৱা বকুৱাই নজনা নহয়, আজিকালি বস্তু আগৰ



দৰে নাই; তথাপিও মাহেকে-পষেকে খাব নোৱাৰাকৈ নোহোৱা নহয়।

তথাপিও তেওঁ প্ৰতিবাদ নকৰে। মৌনভাৱে বিনা প্ৰতিবাদে কেতিয়াবা গোটেই কেইটা ভাত খায়, কেতিয়াবা নাখায়। নাখালে কেতিয়াবা বকুৱাণীয়ে কয়: "ভাত দেখোন নাখালেই।" বকুৱাই মাত্ৰ কয়: "ভোকেই লগা নাই দেখোন।" ভোক তেওঁৰ নলগা নহয়, তথাপিও মুখত সোমাব নোখোজে। ৰহৰ-বুটৰ দাইল হ'লে বকুৱাৰ চিৰদিনৰ অভ্যাস আছিল দাইলৰ লগত অকণমান ভাল খাটি ঘিঁউ খোৱা, কিন্তু এতিয়া বকুৱাই নহ'লেও একো নকয়। তেওঁ জানে, তেওঁ এতিয়া বিষ নোহোৱা সাপ, কোনেও ভয় নকৰে। কৰে কেৱল পুতৌ। ল'ৰা ডাঙৰ হৈ উপযুক্ত হোৱাৰ লগে লগে যেন তেওঁৰ প্ৰয়োজন ঘৰখনত নোহোৱা হৈ গ'ল।

বকুৱাই এইবোৰ কথাকে ভাবিছিল। তেওঁ তেওঁৰ বয়সৰ আঁচোৰৰ দোহাই দি এনেকৈ ৰঘুমলা হোৱা ঠিক হোৱা নাই। পুনৰ তেওঁ সক্ৰিয় হৈ পৰিব পাৰে। বয়সক জয় কৰি ল'ব পাৰে। কিন্তু ভাবি চাই দেখিলে, সেইখিনি কৰিব গ'লেই ঘৰখনত অশান্তি হ'ব। এই বয়সত আৰু অশান্তিখন নিমন্ত্ৰণ কৰি আনিলে লাভ একো নহয়, লোকচানেই বেছি হ'ব। হয়তো তেতিয়া আৰ্জন কৰি খাব পৰা ল'ৰাই ক'ব: মই বেলেগে থাকিম।" তেতিয়া তেওঁ কি কৰিব?

মৰাৰ সময়ত এটোপা পানী দিবলৈকে কোনো নাথাকিব। গতিকে সকলো সহি যোৱা যাওক। সহি গ'লো। বকুৱাই জানে আজিকালি ঘৰখনত কিয় বেছি অভাৱ হৈছে। এয়াতো আৰু তেওঁলোকৰ দিন নহয় যে ৰৰপীৰা থাকিলেই বৰ মানুহ হ'ব। এতিয়া প্ৰতিযোগিতা চলিছে, যাৰে যিমান ভাল ঘৰ, ভাল সাজ-পাৰ, ভাল চকী-মেজ,—তেৱেঁই মানী মানুহ। তেওঁৰ ল'ৰা-ছোৱালীয়েও সেই প্ৰতিযোগিতাতে যোগ দিছে। যোগ দি সৃষ্টি কৰিছে কৃত্ৰিম টোকোনামি।

ছোৱালীজনীয়েতো কয়েই: "দেউতা-মাহঁতৰ যে দিনবোৰ কি

আছিল আৰু! কেৱল খোৱা আৰু খোৱা। মানুহ আহিলে ধুমধাম খোৱা। সিদিনা আমাক মল্লিকা বাইদেউহঁতৰ ঘৰত তিনি ঘণ্টা কথা পতাই ৰাখিলে অথচ একাপ চাহো নিদিলে; কিন্তু তেওঁলোকৰ সমান ধনী কিমান আছে!"

জীয়েকৰ কথাত বৰুৱাৰ কাণৰ ফুটাত তুলা ভৰাই থবৰ মন গ'ল। বৰ ভাল উদাহৰণ বিচাৰি লৈছে। স্বাৰ্থপৰবোৰ ক'ৰবাৰ।

বৰুৱাই অনুভৱ কৰিলে তেওঁ যেন আৰু দুৰ্বল হৈ পৰিছে; অথচ তেওঁৰ এটা মূৰৰ কামোৰো নাই, দাঁতো ভালে আছে, দৃষ্টিশক্তিও প্ৰখৰ হৈয়ে আছে। কি হৈছে তেওঁ ভাবিব নোৱাৰিলে।

আৰু এদিন তেওঁ প্ৰকাশ্যেই ঘোষণা কৰিলে, ঘৰৰ বজাৰ কৰাৰ ভাৰ তেওঁ ল'ব। আৰু পুতেকক এক প্ৰকাৰ হুকুম দিয়া দি ক'লে: "ঘৰ চলোৱা পইচা মোৰ হাতত দিব লাগিব। তহঁতে এগুণত দুগুণ দাম দি বস্তু কিনি ঠগ খাৱ।"

বাপেকৰ কথাত সকলো স্তম্ভিত হ'লেও বৰুৱাই আগেয়ে ভবাৰ দৰে কোনেও বিদ্ৰোহ কৰি নুঠিল, আৰু পুতেকেও বাপেকৰ হাতত টকা কেইটামান দৰমহা পোৱাৰ দিনা দিলে।

বহুত দিনৰ মূৰত বৰুৱাই বজাৰৰপৰা লৈ আহিল এচকল ভাল মাছ, এটা সৰু মাখনৰ টিন আৰু অলপ তৰকাৰী-পাচলি। কিন্তু বাপেকৰ বজাৰৰ টোপোলা দেখি পুতেকৰ চকু থিয় হ'ল। আৰু ভোৰভোৰাই উঠিল: "বেংকৰ ধাৰ এতিয়া কেনেকৈ মাৰিম? ৰাজভোগ নহ'লে নহয়েই।" মনে মনে ক'লেও পুতেকৰ কথা বৰুৱাৰ কাণত পৰিছিল।

মুহূৰ্ততে তেওঁৰ মুখখন শেঁতা পৰি গ'ল। তেওঁতো জনা নাছিল যে পুতেকে ধাৰ কৰি ঘৰ সজাইছে। অথচ তেওঁ ধাৰ নকৰাকৈ কিছু সঞ্চয় কৰি সুখেৰে কটোৱা দিনবোৰক পুতেকহঁতে কয়: "দেউতাহঁতে একো নাজানে।" পুতেকহঁতৰ কথাত যথাৰ্থতা আছেনে বৰুৱাহঁতৰ দিনৰ কথাতে আছে, বৰুৱাই চিন্তা কৰি উলিয়াব নোৱাৰিলে। কিন্তু তেওঁ দেখিছে তেওঁলোকৰ দিন এতিয়া অচল হৈ পৰিছে। তেওঁ



মেট্ৰিক পৰীক্ষা দি উঠাৰ পাছতে নগৰৰ চৰকাৰী হাইস্কুলত চাকৰি কৰিছিল অলপদিন, বৰকৈ হেডমাষ্টৰজনে ধৰাত। এতিয়া পঞ্চাছ বছৰৰ পাছত তেওঁ দেখিছে তেওঁৰ ঘৰতেই তেওঁৰ সৰু পুতেকে সুখ্যাতিৰে এম. এছ-চি পাছ কৰি বহি আছে চাকৰি এটাৰ আশাত আৰু তাক তাৰ ককায়েকে বেয়া পাই কয় বহি খোৱা বুলি! তেওঁৰ দিনত ঘৰত অভাৱ নাছিল, কিন্তু বাহ্যিক আড়ম্বৰ নাছিল। এতিয়া তাৰ ওলোটাটো হৈছে। ভিতৰি একো নাই, বাহিৰে কিন্তু ময়ূৰে পেখম তুলি নচাৰ দৰে হৈছে।

মাছডোখৰ তেওঁ দলিয়াই পেলাব বুলি ভাবিছিল, কিন্তু তেওঁ দলিয়াব খুজি দেখিলে, তেওঁৰ দুয়োখন হাত কঁপিছে। কঁপি উঠা হাত দুখন ভালকৈ চাব খুজিও চাব নোৱাৰিলে, চকুত বয়সৰ ছানি পৰিছে। আৰু সেই ছানিৰ মাজেদি ওলাই আহিব খোজা অকণমান পানীক তেওঁ জোৰকৈ চেপি বুজাব বিচাৰিলে: 'মই এতিয়া অচল টকা। পৃথিৱীত মোৰ প্ৰয়োজন শেষ হৈ আহিছে। সময়ে মোক গছকি বোবা কৰি দিছে। নিৰৱে মই সকলো সহি এই কেইটা দিন অপেক্ষা কৰিবই লাগিব।'

পাছদিনা বৰুৱাই বজাৰ কৰাৰ সময়ত বৰুৱানীক ক'লে: "মই অলপ থৰক-বৰক হৈছোঁ। বজাৰখন সিহঁতৰ হতুৱায়ে কৰাবা।"

তাৰ পাছত বৰুৱাই পুৰণা ইজিচেয়াৰখনত বহি আকাশৰ মাজত কিবা এটা বিচাৰি দৃষ্টি ফুৰাই মনতে ভাবিলে, মোৰ অজানিতে মোৰ খোলাৰ ওপৰত প্ৰতিষ্ঠিত হোৱা নতুন পুৰুষ সক্ৰিয় হৈ উঠা মই যেন আজিহে গম পালোঁ, আৰু গম পাই দেখিলোঁ মই এটা খোলাকটিত পৰিণত হৈছোঁ। কিমান যে কষ্টকৰ, বেদনাময় এই বিদায়ৰ সময়খিনি! তথাপিও তাক মানি ল'ব লাগিব, লৈ হাঁহি মুখে থাকিব লাগিব।

বৰুৱাৰ চিন্তাত বাধা পৰিল যেতিয়া বৰুৱানীয়ে আহি ভাত খাবলৈ মাতি নিলেহি। ভাতৰ পাতত বহি তেওঁৰ চকু মুদি দিবৰ মন গ'ল। এখন পনীয়া দাইল আৰু কিবা ভজা অলপ। বৰুৱাৰ মনত পৰিল আগদিনা অনা মাখনৰ টিনটোলৈ।

বকুৱানীক ক'লে, "হেৰা, কালি মাখনৰ টিন এটা আনিছিলোঁ নহয় তাৰে অলপ দিয়া, নহ'লে ভাত কেইটা খাবা কেনেকৈ ?"

"মাখন খালে এই বয়সত আপোনাক অসুখ কৰিব বুলি আজি ডাঙৰ বাপুৱে দোকানত ওভতাই দি আহিছে।"

বকুৱানীৰ কথা শুনি বকুৱা স্তম্ভিত হৈ ৰ'ল। তাৰ পাছত লাহে লাহে গোটেই কেইটা ভাত খাই আকৌ ইজি চেয়াৰত বহিলগৈ। তেওঁৰ মনৰ ভাব ঘৰৰ বাকী সকলে একো ধৰিব নোৱাৰিলে।

সেই বকুৱা পেহাহঁতৰ ঘৰলৈ গৈ যেতিয়া বহিছিলোঁ, পেহাই ক'লে, "বুজিছ, মানুহ বেছি বয়সলৈ জীয়াই থকা বেয়া। সকলোৱে আনন্দ বুলি ভাবে। কিন্তু প্ৰত্যেক মানুহৰে জীৱনত এনে দিন আহে আৰু এই কেইটা দিনতেই আচলতে মানুহক লাগে মনৰ আনন্দ। নহ'লে মৃত্যু হয় ভয় লগা।"

পেহাৰ কথা মই একো বুজা নাছিলোঁ। তেওঁৰ মুখলৈ চালোঁ। মোৰ মনৰ ভাব বুজি বৰ করুণভাবে ক'লে, "মই খাবলৈ নাপাওঁ আই, দিনে দিনে মই দুৰ্বল হৈ গৈছোঁ —" তাৰ পাছত অলপ ৰৈ সেপ ঢুকি পেহাই ক'লে, "তোৰ তাত টকা আছে নেকি ? আছে যদি দুটামান দিবি। আজিকালি মই এনেকৈয়ে আক-তাক খুজি পইচা লওঁ, নহ'লে উপায় নাই। বাৰু দিয় যদি দে এতিয়াই।"

পেহাক মই দহটকীয়া নোট এখন দিলোঁ। টকা কেইটা লৈ কাণৰ কাষত লাহে লাহে ক'লে, "মাংস খাবি নেকি ? সেই পঞ্জাবী দোকানত খুব ভাল মাংস ৰান্ধে। ব'ল মোৰ লগতে।"

মই নাখাওঁ বুলি কোৱাত পেহা অকলেই গ'ল। আহিবৰ সময়ত পেহাক নেদেখিলোঁ। তেতিয়া তেওঁ দোকানত। দূৰৰপৰা দেখিলোঁ পেহাই বৰ তৃপ্তিৰে মুখখন মছি মছি পঞ্জাৱী দোকানৰপৰা ওলাই আহিছে।



# বেনাৰসী

ঢেঁকীঘৰত কোনেও নেদেখাকৈ আটাইমখাই বিড়ি হুপিছিল। তাৰ মাজতে ৰূপায়ে দুই-এটা কাহ মাৰিছিল ; ওচৰতে বহি হোকা খোৱা বৰ্ঙিলী বৰমাৰ শব্দটো বহু আঁতৰলৈ যোৱাতে হ'ব পায়, কোনোবাকৈ মেধিয়নীয়ে ৰিং মাৰি কৈছিল ; "তাৰে, মোলৈকো এহোপা থবি।" তাৰ পাছতে পাত পৰাৰপৰা মেধিয়নী দৌৰি আহি ঢেঁকীঘৰৰ উছৰত যোগ দিছিল, আৰু বাঁহৰ দুৱাৰখন লাহেকৈ বন্ধ কৰি থৈ একমনে হোকাত হোপা দিছিল।

দেখিলেই বুজিব পাৰি যে বিড়ি খালে দেখিলে বেয়া পোৱা দলটোৰপৰা পলাই এই ঠাইত এওঁলোকে স্থান লৈছে।

দুৱাৰখন বন্ধ দেখিয়েই মহিলা শিল্পানুষ্ঠানত তাঁত শিকা আৰু চহৰৰ আও-ভাও ভালদৰে জনা বুলি গাঁৱৰ ছোৱালী মহলত পেটে পেটে ঈৰ্ষা কৰা মাকণক দেখা গ'ল ; পাতল গা দেখা সাড়ী এখন আটি আটি পিন্ধি চুটি ব্লাউজে ঢাকিব নোৱৰা পেটৰ একাংশ আগ্ৰহেৰে উলিয়াই আধুনিকাৰ চিহ্ন প্ৰচাৰ কৰাত কৃপণালি নকৰা গাঁৱৰ অবাক ছোৱালীজনীয়ে ঢেঁকীঘৰৰ দুৱাৰমুখত গৈ ভোৰভোৰালে : "তিৰোতাই বিড়ি খায়, আইতাহঁতে আগতে খাইছিল খাওক বাৰু, কিন্তু বৰমাহঁতৰ বেয়া অভ্যাসবোৰ আৰু নগ'ল। ছিঃ, এতিয়া নন্দেশ্বৰদা'ইঁত এই ফালে আহি দেখিলে কালিলৈ মই টাউনত মুখ দেখুৱাবই নোৱাৰিম। যিহে দুষ্ট নন্দেশ্বৰদা'টো। আলিবাটত মানুহ থাকিলেও মোৰ হাতৰ ছাতিটো থাপ মাৰি নিব খোজে। অ, বৰমা……বৰমা—" কিন্তু মাকণৰ মাত বৰমাহঁতৰ কাণত পৰাৰ আগতেই ঘৰৰ ওপৰত মদাৰ গছ জোপাত লাগো লাগোকৈ অহা এখন জেটক খেদি আন এখন আহি গৰগৰাই উঠিল। তেজপুৰৰ আকাশত এইটো নিত্য-নৈমিত্তিক কথা।

জেটৰ গৰগৰণিৰে ৰৰমাই ক'লে, "কটাহঁত কিমান নাহ আৰু। হেৰ' শুনিছ ৰহিমলা, পাত পাৰিছে।" মুহূৰ্ততে জেট দুখনো নোহোৱা হ'ল। আৰু মাকণে কাকো পৰোৱাই নকৰে যেন এনে ভাবত গৈ ৰণচণ্ডী মূৰ্তি ধৰি ক'লে, "ৰৰমা, তহঁতকে বিড়ি খোৱা দেখিছোঁ। পানী তোলা জলপান দিবলৈ বৌ বৈ আছে আৰু তহঁতে মতাৰ দৰে……"

"থ' থ' আই। সেই গাত কাপোৰ লোৱা দিন ধৰি খাই অহাটোনো এতিয়া ঘপ্ কৰে কেনেকৈ এৰি দিওঁ?" তাৰ পাছত ৰৰমাই ক'লা ৰং কৰা দাঁত দুপাৰি উলিয়াই হাঁহিলতে মেধিয়নীয়ে সুবিধা পাই মাকণৰ ওপৰত বন্ধা হৰ্চটেল ভাললৈ চাই ক'লে, "গৰুৰ নেজডাল যে বান্ধ নেঘেৰী বা খেকেৰুপতীয়া ঘোপা এটা বান্ধিব নোবাৰ! আমাৰ দিনত আকাশী লতাৰে···"

"থোৱা থোৱা তোমাৰ মান্ধাতা দিনৰ কথা। তোমালোক কইনা সাজি গৈছিলা দোলাত; আমি যাম মটৰত। বাৰু, স্কুটাৰ দেখিছানে পেহী; মোৰ খুব ইচ্ছা যায় স্কুটাৰৰ পাছত বহি গাঁৱত ঘূৰিবলৈ।"

মাকণৰ কথাত অবাক হৈ যায় আটাইবোৰ। তাই বহুত জানে। লেলাই চোৰৰ জীয়েক মাকণ। কোনোৱে কয়, মাকণ বোকাৰ পদুম, কোনোৱে কয় শামুকৰ পেটৰ মাণিক, নহ'লেনো তাই গাঁৱৰ সকলো ছোৱালীকে ব্যতিক্ৰম কৰি চহৰৰ মহিলা সমাজতো স্থান পায়নে? মাকণৰ হাতত মাকো বিজুলীৰ দৰে নচা দেখি এবাৰ হেনো জিলাৰ কোনোবা চাহাবৰ ঘৈণীয়েকে 'গুড্' বুলি শলাগিছিল। শলাগিবই। নগৰৰপৰা এই গাঁওখন দুমাইল আঁতৰত হ'লেও কোনেও আজিলৈকে স্থান ল'বলৈ যত্ন কৰা নাই। সাহ কৰি প্ৰথম গৈছে এই মাকণেই। লেলাই চোৰৰ জীয়েক মাকণ।

মাকণেও ভাবিছিল নগৰৰ তাইহঁতলৈ মই পৰোৱাই কৰিছোঁ! সেয়ে প্লাষ্টিকৰ বালটিৰ দৰে বেগ বাওঁ হাতত বুকুৰ কাষত লৈ সোঁহাতেৰে সৰু ছাতিটো ধৰি কোন ফালে নোচোৱাকৈ ককিলা মাছৰ দৰে পাতলা গাটো লৰাই লৰাই যেতিয়া যায়, নগৰৰ ছোৱালীয়েও হেনো থৰ লাগি তাইলৈ চায়। চাবই, তাইহঁতে ওঁঠত ৰঙ এসোপা



সানি অপেশ্বৰী বুলি নিজকে ভাবিলেই হ'লনে, মাকণৰ দৰে ৰূপ কেইজনীৰ আছে! কিন্তু চহৰলৈ অলপ দিন আহিহে মাকণে গম পালে, ইয়াত বাহ্যিক আড়ম্বৰ এটাৰে ভাও নিদিলে সকলো মিছা। সেই কাৰণে সকলোৰে চকুক চলিহাই ধৰাকৈ প্ৰথমেই চকুত পৰিল আগৰ সাজবোৰলৈ। ওহোঁ, ঘৰত সোৱা এই মেখেলা চাদৰেৰে নগৰৰ সমাজত ঘূৰিলে তোমাক বেলবুং বুলি ক'ব। গতিকে দুখনমান সাড়ীৰ প্ৰথমে প্ৰয়োজন হ'ল। তাৰ পাছত এযোৰ ছেণ্ডেল। কেতিয়াও পিন্ধাৰ অভ্যাস নথকাত প্ৰথমে ছেণ্ডেলে খোজতকৈ আগতেহে আগলৈ দৌৰ মাৰিব খুজিছিল, এতিয়া পিছে সকলো ঠিক হৈ গ'ল। তেনেকৈয়ে ল'লে ছাতিটো, মোনাটো। কিন্তু তথাপিও যেন তাই সম্পূৰ্ণ নহ'ল। ব্লাউজৰ ডিঙিবোৰ দ'কৈ কাটিলে, চুলিত তেল লোৱা উঠাই দিলে, তাৰ পাচতো যেন অসম্পূৰ্ণ। কিন্তু এদিন মাকণে কথাটো ঠিক ধৰিব পাৰিলে। ঠিক! যদি টাউনীয়া দেখনিয়াৰ কেইজনীয়ে পিন্ধাৰ দৰে এযোৰ ক'লা চশমা ল'ব পাৰে! কিন্তু প্ৰথম দিনা পিন্ধি মাকণৰ যে কি লাজ লগা নাছিল! অৱশ্যে এতিয়া ক'লা চশমাৰ তলেৰে তুমি আনক ভালদৰে চাবৰ সুবিধা এটা পালা। আৰু সেই মটৰ কোম্পানিত কাম কৰা ব্ৰজেন, খগেনহঁতে কি কৰিছে আগতেই চাই সাৱধান হ'ব পৰা হ'ল। কেয়াৰ কৰিছে মাকণে সিহঁতক! সিহঁতৰ তাইলে আশাটো চোৱা! যেন কেতিয়াও ইয়াৰ আগতে ছোৱালী দেখাহে নাছিল।

মটৰ ৱৰ্কশ্বপত মেকানিক শিকা ব্ৰজেনহঁতেও ভাবিছিল, এইৰ 'পায়তাৰা' চাম, গতিকে মাকণে যেতিয়া ছাতি ঘূৰাই ঘূৰাই কোঁ-কোঁৱাই যায়, এটাই কাহ মাৰি দিলেই বিৰাট ৱৰ্কশ্বপটো স্তব্ধ হৈ যায়। কিন্তু মাকণে কেয়াৰ কৰিব কিয়? গাত ক'লা ক'লা তেল লগা কেইটাক তাই পৰোৱাই নকৰিলেহে পাৰিছে। ছিঃ, বমি কৰি দিবৰ মন যায়।

বেগ দি গুচি যাব খুজিছিল মাকণ, তেনেতে এটাই আনটোক ক'লে, "অই নোৱাৰিবি, মৰুভূমি!"

"নে গীতা পঢ়ি আহিছে ?"

হতশ্ৰী হোৱাহঁত! পোক লাগি মৰিবি, চিনি পোৱা নাই এয়া কোন? উইভিং বাইদেউক ক'লে তহঁতক থানাত ভৰাই থব পাবোঁ। কিন্তু খং ছাটি লগে লগেই নোহোৱা হ'ল নন্দেশ্বৰদা'ক দেখি। মাকণৰ নন্দেশ্বৰ দাদাই কোনোবা অফিছ এটাত কাম কৰে। ই-মা-ন যে মাকণৰ নন্দেশ্বৰ দাদালৈ লাজ লাগে, মৰি যাবৰ মন যায়। নন্দেশ্বৰ দাদাই হেনো তাইক নাপালে মৰি যাব। ওচৰ চাপি যাব খোজোঁতেই মাকণে দেখিলে তাইৰ সমানে দুটা মাদ্ৰাজী নে কি ভাষা কোৱা মানুহ আহিছে আৰু সিহঁতে নিজৰ ভাষাতেই তাইলৈ চাই চাই হাঁহি হাঁহি কিবা কৈছে।

তেজপুৰখন বাৰু কি হ'ল? ভাষাৰ ইমানবোৰ বিভিন্ন সুঁতি কিহৰপৰা কিহলৈ বৰলৈ গৈছে বাৰু! এটা ভাষা সকলোৱে নোকোৱা ওলাইছে মজাটো। মাকণে সিহঁতলৈ চাই এনেয়ে এবাৰ হাঁহি নন্দেশ্বৰ দাদাক ক'লে, "শনিবাৰেও যে গৰম কাপোৰ আনিছা, তোমাৰ মতলবটো কি ?"

"মতলবটো হ'ল মাকণ সুন্দৰীৰ কাষত আজি মেটিনী শ্ব চাই ৰেষ্টুৰাঁত হেঁপাহ পলুৱাই খোৱা।"

"মই নোৱাৰিম—"

"কিয় ?"

"ভাত খাই অহা নাই, ভাত গৈছে খাম, এতিয়া খাবৰ মন নগ'ল।"

মাকণে নক'লে যে আজি পিতাকে চাউল অনাৰ অভাৱত জুহালত জুই জ্বলা নাই, নজ্বলে। এনেকুৱা সিহঁতৰ প্ৰায়ে হয় কিন্তু পেটৰ দায় আৰু মুখৰ দায় একে নহয়; হ'ব নোৱাৰে কাৰণেই মাকণে নন্দেশ্বৰদা'ক সঁচা কথা নকয়। ৰেষ্টুৰাঁত খাব বুলি শুনি মাকণৰ ভালেই লাগিছিল। তথাপিও এই বৰ ভোকটো লৈ সন্ধ্যালৈকে ৰ'ব পাৰি জানো? আৰু নন্দেশ্বৰেও মাকণৰ এই সহজ কথা শুনিবলৈকে যেন ইমান পৰে অপেক্ষাই কৰিছিল। ভাত ঘৰত



নহ'ল। সেই বুলি হোটেলৰ অভাৱ হৈছেনে? নন্দেশ্বৰে পোনাই নকৈ বুদ্ধিৰে মন গলাকৈ মাকণক ক'লে, "কি—ভাত খোৱা নাই? মৰি যাবা। নিজৰ স্বাস্থ্যৰ প্ৰতি যদি মোৰ সোণজনীয়ে অকণমান যত্ন লৈ মোক চিন্তাৰপৰা ৰক্ষা কৰিলেহেঁতেন! নাই মোৰ কথা এবাৰ যদি ভাবিলেহেঁতেন। মোৰ হুকুম তুমি মোৰ স'তে যাব লাগিব—"

মাকণে দেখিলে বেচেৰাই দুখ পাইছে মিছাতে, নগ'লেও বিপদ। কি ঠিক ঠেহ যে নালাগিব। তেতিয়া ব্ৰহ্মা, বিষ্ণুৱেও লৰাব নোৱাৰে। বিনা প্ৰতিবাদেৰে কেৱল যেন নন্দেশ্বৰক সন্তুষ্ট কৰিবলৈকে মাকণ আহি হোটেল পালেহি। হোটেল বুলিয়েই হওক বা অন্য অস্বস্তিতেই হওক মাকণে অকণমান আপত্তি কৰা যেন দেখুৱালত নন্দেশ্বৰে এহাল পুৰুষ-নাৰীলৈ দেখুৱাই ক'লে, সেয়াও হেনো বিখ্যাত ৰূপৱতী আৰু চহকী বুলি নাম থকা দেৱলা চৌধুৰী।

মাকণে অবাক দৃষ্টিৰে দেৱলালৈ চাই নিজকে বৰ নিৰীহ যেন লাগিল। হয়, এয়াইতো আচল সাজ, প্ৰকৃত ৰূপ!

এনেকুৱা ৰূপ তাইৰো থকা হ'লে!

আকৌ পূৰ্ণ দৃষ্টিৰে চকুৰ পলক নপৰালৈকে হিংসুক দৃষ্টিৰে দেৱলালৈ মাকণে চাই দেখিলে, শিৰৰ দৰে দেৱলাৰ মূৰতো এটা খোপা, বাওঁহাতত প্ৰকাণ্ড এটা ঘড়ী, গাত গুণা-বছা দামী সাড়ী আৰু হাতত এটা প্ৰকাণ্ড দামী বগা ভেনিটি বেগ। নক'লে কোনেও চিনিব নোৱাৰে যে দেৱলা চৌধুৰী খানদানী অসমীয়া পৰিয়ালৰ ছোৱালী; তাতে সেই সময়ত দেৱলাৰ মুখৰপৰা মাজে-সময়ে মাকণে বুজা এনেবোৰ শব্দই ওলাইছিল: 'হাউ লাভলি, ৱণ্ডাৰ, থেংক ইউ, আচ্ছা' ইত্যাদি কিছুমান শব্দ। যিবোৰ শব্দৰ উচ্চাৰণে দেৱলাৰ অভিজাত্য দুগুণে বঢ়াইছিল বুলি মাকণৰ সন্দেহ হৈছিল।

মাকণে ভাবিলে, তাই সঁচায়ে বৰ পিছ পৰি আছে। ক'তা এইবোৰ শব্দ তো তাই ক'বলৈ শিকা নাই! এতিয়াও মন উদঙাই কয়, সৰুতে শিকা কথাবোৰ।

দেৱলাৰ ওচৰত নিজকে বৰ নীহকিন লাগিয়েই যেন মাকণ উঠি আহিব খুজিছিল আৰু তাকেই নন্দেশ্বৰে ভাবিলে, গাঁৱৰ ছোৱালী, মোৰ লগত চাগে লাজ কৰিছে। সেই কাৰণেই নন্দেশ্বৰেও ইমান দিনে দেৱলাৰ বিষয়ে শুনা কথাবোৰ মাকণক হোটেলত ৰাখিবৰ কাৰণেই ক'ব লগা হ'ল। দেৱলাৰ কাষত যে সেয়া বাহুত তিনিটা তৰাৰ চিনেৰে বহি আছে, সেয়া অমৰজিৎ মেহতা। কোনোৱে কয়, দেৱলাৰ ভাবি স্বামী। কিন্তু যিয়েই নহওক দেৱলা মেহতাৰ লগত মুকলিকৈ ফুৰে, ঘূৰে আৰু মানুহে কয় মেহতাৰপৰা হেনো দেৱলাৰ দেউতাকে চিলাইৰ মেচিনৰপৰা আৰম্ভ কৰি প্ৰেচাৰ কুকাৰলৈকে লৈছে। ভিতৰ ফালৰ ইটাৰ দেৱালখনো বোলে মেহতাৰ টকাৰেই কৰোৱা। যেয়ে যি কওক-নকওক, দেৱলাই যে ভাল টুইষ্ট জানে সেই কথা হেনো অমৰজিৎ মেহতাৰ প্ৰতিদ্বন্দ্বী বিখ্যাত মিলিটাৰী ঠিকা যোগাওঁতা উত্তৰ প্ৰদেশৰ ৰাজেন্দ্ৰ পাঠকেও স্বীকাৰ কৰে। বৃটিছে এৰি থৈ যোৱা চহৰৰ ক্লাবত ৰাজেন্দ্ৰ পাঠকৰ নাম আছে। নাম আছে অসমীয়া সমাজতো। উদাৰ, দানী হিচাপে। পোন্ধৰখন ডিজেল ট্ৰাকৰ গৰাকী পাঠকৰ ৰুচিবোধ দেখি হেনো এবাৰ লোহা আৰু তীখাৰ মন্ত্ৰীয়ে প্ৰকাশ্যেই ৰাজহুৱা সভা এখনত এওঁক শলাগি মন্ত্ৰী হৃদয়ৰ অকৃপণ উদাৰতাৰ পৰিচয় দিছিল।

ৰাজেন্দ্ৰ পাঠকৰ নিচিনা মানুহৰ বাহবা পোৱাৰো কম ভাগ্যৰ কথা নহয়; লাগ বুলিলেই যি নিজৰ কাম ক্ষতি কৰি হ'লেও হেৰল্ডখন পঠাই দিয়ে। বিহু উৎসৱৰ মুখ্য পেট্ৰন পাঠক দেখা যায় সন্ধ্যাৰ উৎসৱত বিহু তোৰণৰ আগ ফালে হাতযোৰকৈ মানুহ বহুৱাই ফুৰা। তেতিয়া অৱশ্যে নাভাবি নোৱাৰি যে পাঠকৰ দৰে উৎসাহী আৰু অসমীয়া কৃষ্টিৰ মহান প্ৰেমিক এজন নোহোৱা হ'লে বিহুতো অনুভৱ কৰিবলৈকে অকণমান উপায় থাকিলহেঁতেন নে নাই সন্দেহ। আৰু এই পাঠকৰ ঠিকাৰ যোগেদিয়েই ছাপ্লাই বিভাগৰ কেপ্টেইন অমৰজিৎ মেহতাৰ সৈতে চিনাকিৰ সুবিধা ঘটিছিল আমাৰ দেৱলা চৌধুৰীৰ।

মানুহে যিয়েই কওক-নকওক, দেৱলাক টাইট চেলোৱাৰ-কুৰ্তা



পিন্ধিলে একেবাৰে সিন্ধু প্ৰদেশৰ ছোৱালী যেন 'যে লাগে সেই কথা নিশ্চিত।

অৱশ্যে সময় বিশেষে, দেৱলাই ক'লা ফুল বছা মুগাৰ মেখেলা-চাদৰ পিন্ধি যেতিয়া কঁকালত পোন্ধ মাৰি মন্ত্ৰীয়নীৰ সৈতে ছাফাই কামত লাগে তেতিয়া হেনো তোলা ফটোত আটাইতকৈ কামত উৎসাহী যেন দেৱলাক যে নালাগে, সাত শত্ৰুৱেও ক'ব। সমাজৰ সন্মানীয়া দেখনিয়াৰ, মৌচাকৰ মৌকুঁৱৰী দেৱলা চৌধুৰীক দেখি সেয়ে মাকণ অবাক হ'ল। নিজেকে তাই যেন আকৌ এবাৰলৈ দেৱলাৰ দেহৰ দাপোণত ভালকৈ চাই ল'বলৈ সুবিধা পাই ভাবিলে, আৰু বহুত প্ৰয়োজন, ব-হু-ত।

নন্দেশ্বৰদা'ই জোৰ কৰাতো মুৰ্গীৰ মাংসেৰে ৰন্ধা আঞ্জাখিনি আজি মাকণৰ অকণো ভাল নালাগিল, সেয়ে বিশেষ একো নোকোৱাকৈ নন্দেশ্বৰদা'কো অবাক কৰি দি জগৰ লগা যেন অভিনয় কৰি মাকণ গুচি আহিল ঘৰলৈ। উইভিং স্কুললৈ তাইৰ আৰু যোৱা নহ'ল।...

ঘৰত আহি মাকণে দেখিলে মাকে কচু শাক এসোপা সিজাই খাবলৈ লৈছে আৰু বনৰীয়া ভাং এচিলিম লৈ বাপেকে চোতালত জুই একুৰা ধৰি পীৰাত বহি উম লৈছে।

খং উঠি গ'ল মাকণৰ আজি পিতাকৰ ওপৰত।

কিয় চহৰৰ বহুতো দেউতাকৰদৰে এই মানুহটো হ'ব নাজানিলে?

লোকৰ যে ইমান চকু চমক লগাই দিয়া অৱস্থা, সেইবোৰতো আটাইবোৰ দেউতাকহঁতৰ জৰিয়তে অহা পিতাইৰ কাম হ'ল মহাভৈৰৱত গৈ বনৰীয়া ভাং খোৱা আৰু তাৰ পাছত কাছাৰিলৈ অহা-যোৱা কৰা।

ইমানকৈ কাছাৰিলৈ অহা যোৱাৰ বিনিময়ত মাজতে লাভ হয় যেনিবা দেবেন উকীলৰ।

মাকণৰ দেউতাকে আচলতে কৰে সৰু-সুৰা দালালি। কোনোবা নতুন উকীলৰ কাৰণে মক্কেল যদি আহিল লেলায়ে যত্ন কৰিব দেবেন উকীলৰ হৈ সেই মক্কেলক খাটিবৰ। মক্কেলৰপৰা টকা লৈ উকীলক দিওঁ বুলি মাজতে পায় লেলায়ে টকা-সিকা এটা। বেপাৰ কৰে দেবেন উকীলৰপৰা টকা ধাৰে লৈ। কিন্তু লাভৰ ওপৰঞ্চিৰ পৰাহে পাবে লেলাইৰ ভাগত। দেবেন উকীলৰ বুদ্ধিত দেহে-কেহে খাটি লেলাই চোৰৰ অৱস্থা ভাল হোৱাটোৱে আছিল স্বাভাৱিক, কিন্তু বুদ্ধিহীন হোৱা বাবে কেতিয়াবা দেবেন উকীলকো বিপদত পেলাব খোজে।

এবাৰ ভাড়া ঘৰ এটা লৈ দালালিৰ চতুৰালি চলাবলৈ গৈয়ে লেলাই কলিতাৰ ঠাইত নাম পালে লেলাই চোৰ।

বিখ্যাত ব্যৱসায়ী ৰাজেন্দ্ৰ পাঠকে আন আন ব্যৱসায়ৰ লগতে ব্যৱসায়ৰ সুবিধাৰ কাৰণে ওপৰৰ অফিছাৰক হাতত ৰাখিবৰ মনেৰে আৰম্ভ কৰিছিল ঘৰ ভাড়াৰ দালালি। ইয়াত তেওঁৰ দুটা সুবিধা হৈছিল।

প্ৰথমটো হ'ল, গোটেই ভাৰতৰপৰা প্ৰতিৰক্ষা, পুলিছ, ব্যৱসায় কৰি ধন ঘটিবলৈ অহা কিছুমান মানুহে যেতিয়া নিজৰ পৰিয়াল লৈ প্ৰথম অচিনাকি নগৰ এখনত নামে, তেতিয়া হৃদয়ৰ বদান্যতা দেখুৱাত ৰাজেন্দ্ৰ পাঠক যে কৃপণ নহয় তাৰ প্ৰমাণ দিবলৈকে যেন আগ্ৰহেৰে তেওঁলোকৰ কাৰণে বৈ থাকে। আৰু মানুহকো অধিক ভাড়া দি ধনী কৰাৰ কথা দি ভাড়া দিয়া মানুহৰপৰা শকত আগধন লৈ মাজতে থকা লাভখিনিৰ ওপৰিও ব্যৱসায়ত পাছলৈ লোৱা সুবিধাখিনি ৰাজেন্দ্ৰ পাঠকে ল'বলৈ নাপাহৰে।

দেখাক দেখি এনে মূলধন নলগা ব্যৱসায়টো লৈ ডুসাজ খোৱাৰ সপোন দেখিছিল লেলাই কলিতাই।

দিনটো চহৰত ঘূৰি ফুৰা মানুহ। কাছাৰিৰ বাকৰিত কেইজোপা এজাৰ গছ আছে, কোনটো পথেৰে কোন হাকিম আহে লেলাই কলিতাৰ কণ্ঠস্থ। গতিকে ব্যৱসায়টো বৰ সুবিধা বুলিয়েই ভাবিছিল।



তেনে ইচ্ছাৰেই এবাৰ এয়াৰ ফোৰ্চৰ ফ্লাইট লেফটেনেণ্ট, এজনক ঘৰ ভাড়া বুলি আগতীয়া আগধন লৈছিল, কিন্তু ঘৰ পোৱাৰ সুবিধাতে ৰাজেন্দ্ৰ পাঠককো ফ্লাইট লেফটেনেণ্টজনে আগধন দিছিল। কিন্তু সময়ৰ মূৰকত দেখা গ'ল পাঠক আৰু কলিতা দুয়ো এটা ঘৰকেই এজনৰ কাৰণে ঠিক কৰিছে।

ৰাজেন্দ্ৰ পাঠক বুধিয়ক মানুহ।

অফিছাৰ হাত ছাৰা হোৱাৰ ভয়তে আৰু নিজে ধৰা পৰাৰ আগতেই অকণো পৰিশ্ৰম নকৰাকৈ পুলিছত গোচৰ দিলে—বোলে লেলাই কলিতা চোৰ।

আৰু সেইদিনাৰেপৰা লেলাই চোৰত পৰিণত হ'ল।

নিজৰ ঠাইত নিজেই হ'ল বিচাৰহীন। চকুৰ পলকতে পৰিৱৰ্তন হোৱা জগতখনৰ কথা লেলায়ে এতিয়াহে গম পালে। আগতে ডাঙৰ কাম এটা কৰিবলৈ হ'লে নগৰলৈ আহি দিহা-পৰামৰ্শ লব লগা হৈছিল বৰুৱা হাকিমৰ। কিন্তু সেই বৰুৱা হাকিমক যেন এতিয়া কোনেও চিনি নাপায়। এতিয়া কিবা পৰামৰ্শ লৈ মন্ত্ৰীৰ ওচৰ চাপিবৰ হলেও দৰ্কাৰ হ'লে যাব লগা হ'ল ৰাজেন্দ্ৰ পাঠক, হৰিমল আগ্ৰৱাল আদিৰ যোগেদি।

নিজৰ কপালত নিজে থপৰিয়াই লেলাই কলিতাই নামঘৰত শ্ৰীশঙ্কৰদেৱক ক্ষমা-প্ৰাৰ্থনাৰে ডিঙিত ফুলাম গামছো মেৰিয়াই গালে :
"সহস্ৰ সহস্ৰ অতি, অপৰাধ দিনে-ৰাতি, কৰোঁ মই মহা মূঢ়জন···"

কিন্তু সেই সময়তে পাতল সাড়ী পিন্ধি মাকণে পিতাকক দেখি পেটে পেটে হাঁহি ভাবিলে, পিতাইহঁত যে আৰু! আন মানুহে এই সময়ত যায় টকা ঘটিবলৈ, আমাৰ পিতায়ে নামঘোষা উলিয়াই স্তুতি কৰিছে ভগৱানক!

পিতাইহঁতৰতো একো নাই।

যত বিপদ আমাৰহে।

এসাজ ভালকৈ খাবলৈ, এখন ভাল কাপোৰ পিন্ধিবলৈ, সমাজত

নাম কৰিবলৈ যে টকাৰ প্ৰয়োজন পিতায়ে নুবুজিলে কাৰণেইতো এতিয়া কোনেও নিচিনে।

কোনো কামৰ মানুহ নহয় পিতাই।

আৰু একো কৰিব নোৱাৰা কষ্টখিনি পাইছে ঘৰৰ আনবোৰে!

চোতালৰপৰা মাকণ আঁতৰি যাব খুজিছিল, তেনেতে দেখিলে নন্দেশ্বৰদা' নঙলাৰ মুখত। মুহূৰ্ততে মাকণৰ মুখত আনন্দৰ ৰেখা বিয়পি পৰিল।

"সেয়া কোন?"

পিতাকে সুধিলে।

"টাউনত থাকে। খুব ডাঙৰ চাকৰি কৰে পিতাই। খুব ভাল মানুহ।"

পিতাকে মাকণৰ কথা কি বুজিলে ক'ব নোৱাৰি, কিন্তু কালৈকো পৰোৱাই নকৰাৰ ভাৱত মাকণে নঙলাৰ মুখতে আগবঢ়াই নন্দেশ্বৰক ক'লে, "বৰ ভাগ্য আমাৰ—আজি বাট কোনে চিনাই দিলে বা?"

নন্দেশ্বৰে অকণমান পৰ নবহিলে যেন নহয় তেনে ভাৱত বহি জেপৰপৰা এখন হালধীয়া শ্ৰীশ্ৰীপ্ৰজাপতয়ে নমঃ লিখা চিঠি মাকণলৈ আগবঢ়াই দি ক'লে, "এতিয়া যাওঁহে।"

যাবৰ পৰত দিয়া চিঠিখন হাত মেলি লৈ মাকণে আকুল আহ্বানেৰে ক'লে:

"খুব বেয়া পাইছোঁ আজি আপোনাক। আকৌ আহিব কিন্তু···"

নন্দেশ্বৰে অকণো পলম নকৰিলে। আৰু বহুত মানুহ মাতিবলৈ আছে। মাকণ নামৰ এজনী বাটৰ দুদিনীয়া বান্ধৱীৰ ওচৰত ৰ'বৰ সময় ক'ত? নন্দেশ্বৰ যোৱাৰ পাচত মাকণে পঢ়িলে, "দৈৱ নিৰ্বন্ধনৰ হাত এৰাব নোৱাৰি, অহা······তাৰিখে······মোৰ···মোৰ···ইতি নন্দেশ্বৰ শইকীয়া··· ··।"



মাকণৰ চকু দুটাই যেন অস্পষ্ট দেখিলে, হাতখন যেন কঁপি উঠিল। আৰু চকুৰ আগত সেয়া হোমৰ কাষত পাটৰ সাজ পিন্ধি নন্দেশ্বৰদা' বহি আছে দীঘল ওৰনি লোৱা কোনোবা এজনীৰ লগত, যি তাইৰ সৰ্বস্ব কাঢ়ি বাটৰ ভিকহু কৰি থৈ গ'ল।

হুকহুকাই কান্দি পেলালে মাকণে।

চকুৰ আগত থকা চিঠিখন আনি জুহালৰ জ্বলা জুইত জাপি দি ভাবিলে, কিয় এটি বাৰৰ বাবেও নন্দেশ্বৰদা'ই তাইক এবাৰলৈকো নক'লে বিয়া পতাৰ কথা! কিন্তু তেৱেঁইতো তাইৰ এই ওঁঠত···।

হোঃ, সস্তা পাইছে?

ভাবিছে তাইৰ পিতাক দুখীয়া যেতিয়া তাইৰ যৌৱনৰো কোনো মূল্য নাই। নাই মানুহক, মানুহে কৰা সন্মানৰ প্ৰাপ্যও। আজি সকলো অমানুহ হৈ গৈছে।

যাওক, কিন্তু বহুত অমানুহৰ মাজতো নন্দেশ্বৰদা' মানুহ হৈ থাকিবলৈ যত্ন নকৰিলে কিয়? সংসাৰত প্ৰকৃত মানুহৰ জানো ইমানেই অপ্ৰয়োজন হৈ পৰিছে!

"মাকণ—"

"হোঁ—"

"তোৰ শিল্পানুষ্ঠানত কিবা এজিবিছন আছে বুলি কৈছিলি নহয়—"

"হয়, প্ৰদৰ্শনীৰ কাৰণে যাব লাগিছিল—"

"প্ৰদৰ্শনী জানো? তই দেখোন এজিবিছন বুলিহে কোৱা যেন শুনিছিলোঁ—"

মাকৰ কথাত মাকণে অকণমান নাহাঁহি নোৱাৰিলে। এক্‌জিবিচন মানে যে প্ৰদৰ্শনীয়েই, গাঁৱৰ নিভাঁজ সমাজত থাকিও মাকে নাজানিব বুলি মাকণে জনা নাছিল। বহুত মানুহৰ দৰে মাকেও দেখিছোঁ অসমীয়াতকৈ ইংৰাজী বা হিন্দীত ক'লেহে যেন বুজে!

মাকণ আৰু নৰ'ল। ৰ'লে উপায় নাই। শিল্পানুষ্ঠানৰ সভানেত্ৰী, দেশকৰ্মী বাইদেউহঁতে হাতে বোৱা কাপোৰৰ ফেছন শ্ব' পাতিছে। তাত

মাকণে সজোৰা-পৰোৱাত একো সহায় কৰি দিব নোৱাৰে বুলিও জানে কিন্তু তেওঁলোকৰ শক্তিৰে পৰিচালিত হোৱা শিল্পানুষ্ঠানত যেতিয়া মাকণে অনুগ্ৰহ কৰি তাঁত শিকিবলৈ পাইছে, দৰ্কাৰ হওক নহওক হাজাৰ বিপদ হ'লেও চকুৰে দেখা দূৰত্বত সিহঁত উপস্থিত থাকিবই লাগিব। নহ'লে খেদি দিব। নিজৰ শক্তি খটুৱাবলৈ পোৱাৰ আনন্দতে যেন ঘৰৰ গাড়ী নহ'লে ৰাজেন্দ্ৰ পাঠকৰ নতুবা আগ্ৰৱালৰ গাড়ীত ধূলি উৰুৱাই বাইদেউহঁত যেতিয়াই তেতিয়াই আহিব পৰা ফেছন শ্ব'ৰ কাৰণে মাকণ যেতিয়া গ'ল, তেতিয়া দেৱলা চৌধুৰীহঁত গাড়ীৰপৰা নামি মাকণৰ কাষেদিয়েই প্ৰকাণ্ড ভেনিটি বেগ লৈ চটচটাই গ'ল। মাকণলৈ কিয়, মাকণৰ দৰে আন কেইজনীলৈ এবাৰো চকু দাঙি দেৱলাই নাচালে; যেন সিহঁতক এবাৰ চালে, এটিবাৰ মাতিলে তেওঁৰ মৰ্য্যাদা বহুত কমি যাব। গাৰ বেনাৰসী সাড়ীয়ে যেন সকলো অভিজাত্যকে দাঙি ধৰি মহান কৰি তুলিছে।

মাকণৰ দৰে লগৰীয়া কেইজনী পৰম আগ্ৰহ আৰু বিস্ময়েৰে ভৰিৰপৰা মূৰলৈকে দেৱলাৰ ৰূপ দৰ্শনৰ অবাক প্ৰদৰ্শন চাই বোবা হৈ গ'ল। সিহঁতে আটায়ে জানে, দেৱলাই সিহঁতক কেতিয়াও মাতি পোৱা নাই, নামাতে। কাৰণ দেৱলাৰ দৰে চৌখিন, আধিপত্য বিচাৰি সমাজক খলক লগাই ৰাজপাট খাবলৈ বিচৰা মানুহে ঘিণ কৰে সিহঁতৰ দাৰিদ্ৰ্যক। সিহঁতৰ গাৰ লাজ ঢাকিবলৈ পিন্ধা সস্তীয়া মেখেলা-চাদৰ এখনৰ আগত অমৰজিৎ মেহতা বা ৰাজেন্দ্ৰ পাঠকে জন্ম দিনত উপহাৰ দিয়া গুণাৰছা একোখন বেনাৰসী সাড়ী বহুত উচ্চ। সেই দামী সাড়ীকে যেতিয়া দেৱলাহঁতে পিন্ধে, তেতিয়া কি সাধ্য দেৱলাহঁতৰ সেই পিন্ধনক উপেক্ষা কৰিবৰ!

দাৰিদ্ৰ্য নিবাৰণৰ কাৰণে খোলা দৰিদ্ৰ নাৰীৰ নামত শিল্পানুষ্ঠানত আনৰ দুখত কন্দা চৌখিন দেশকৰ্মীৰ কাৰণে ৰিক্সা বা মটৰ নহ'লে এখোজো নচলে।

গাঁৱলৈ ঢুমাইল যাব লাগিব। এতিয়ামানে গ'লে সন্ধিয়া ঘৰ পোৱাৰ আশা। নন্দেশ্বৰদা'ৰ লগত যিমানেই হোটেলত ভাত-চাহ



খাই আধুনিকা নাসাজক, এটা নিজঞ্জাল আলিয়েদি ৰাতি এজনী গাভৰু ছোৱালী অকলে যাবলৈ ভয় কৰাটো স্বাভাৱিক। মাকণে সোনকালে ঘৰলৈ যোৱাৰ কথাটোকে বাইদেউক ক'ম বুলি পৰ্দাৰ আঁৰত থিয় হৈ ছল চাই আছিল। কিন্তু বাইদেউহঁতে তেতিয়া ভেনিটি বেগৰপৰা মছলা খাই খাই, কোনোৱে হাতত উলৰ চিলাই লৈ চকীত বহি এইদৰে কথা পতা মাকণহঁতে শুনিলে: "বাইদেউ, এইবাৰ আপুনি ভোটত উঠিবই লাগিব···হেৰা নমিতা, তুমি বোলে বৰ ভাল্ল চেণ্ডউইছ কৰা···দেৱলা তুমি কিন্তু প্ৰদৰ্শনীত গুজৰাটী মডেল নহ'লে সকলো মিছা হ'ব। মেজৰ চেটাৰ্জিক মাতিছাতো! আৰু স্কোৱাড্ৰন লিডাৰ ডি চুজাক?···

নাই, কোনো উপায় নাই। মাকণে প্ৰমাদ গণিলে। ইমান ছুৰ্বোধ্য কথাবোৰৰ মাজতে গৈ আন্ধাৰত অকলে ঘৰলৈ যাওঁ বুলি ক'বলৈ মাকণৰ সাহ নহ'ল। একো নোকোৱাকৈ অহাও টান। সেয়ে ভয়ে ভয়ে ৰঙা-চঙা পৰি মাকণে ক'লে সকলো। কিন্তু বাইদেৱে মুঠতে ইমানকে বুজাই দিলে, এইখিনি সহায় যদি কৰি দিব নোৱাৰা, আহা কিয়? এই কথা শুনি মাকণে ভয়ে ভয়ে ক'লে, "যদি আপোনালোকৰ কাৰোবাৰ মটৰত থোৱাব পাৰে···" বাইদেউহঁতে হাঁহি দিলে। থব কেনেকৈ? কিমান কাম আছে। কাগজত দিবৰ কাৰণে ফটোগ্ৰাফাৰৰ তালৈ যাব লাগিব, ফুলৰ টব কিছুমান অনাব লাগিব আৰু ইটো-সিটোৰতো অনাৰ শেষ নাই!

মাকণে দেখিলে আচলতে সিহঁতৰ ইয়াত কামো নাই। আচলতে সিহঁতৰ প্ৰয়োজন যেন বাইদেউহঁতৰ শ্ব চাবলৈ এজাক দৰ্শক আৱশ্যকতাৰ বাবেই। মাকণ গুচি আহিল। ৰাতি দহ বজাত সভানেত্ৰীয়ে যেতিয়া সকলোকে ছুটী দিলে তেতিয়া তাৰ মাজত মাকণক নেদেখি আৰু আগতে গুচি যোৱা বুলি জানি দাঁত কৰচি ভাবিলে, খাবলৈ নোপোৱাৰ জাত। দেখা যাব বাৰু!

পাছ দিনাও মাকণ আহিছিল, কিন্তু বাইদেউহঁতে কথাৰে থকা-সৰকা কৰি জনাই দিলে, ইমান অবাধ্য ছোৱালী আৰু কেতিয়াও

আহিব নালাগে। মাকণে ক'ব খুজিছিল, যি আলিবাটেৰে মিলিটেৰীৰ অবাধ গতি, পথত দুষ্ট মানুহবো অভাৱ নাই, তেনে পথেদি ৰাতি তাই অকলে গৈ সতীত্বক ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি নিজকেই বা দিব কেনেকৈ? তোমালোক সমাজসেৱিকা, মোৰ দৰে একোজনী ছোৱালীৰ বহুতেই মাক, কোনোবা বায়েক নতুবা পেহীয়েক। দৰিদ্ৰ হ'লেও নাৰীৰ সযতনে ৰখা সম্পত্তিক কোনোবাই যদি স্পৰ্শও কৰে, সেই বেদনা যে কিমান দুঃখজনক, নাৰী হৈ তোমালোকে নুবুজিলে কোনে বুজিব? চকুৰপৰা টোপাল পানী বাগৰি আহিল কেৱল; এক মৌন বিক্ষোভেৰে মন ভৰি পৰিল মাকণৰ।

ইয়াত আৰু তাই থকা উচিত নহয়, থকাৰ উপায়ো নাই। বেগাবেগিকৈ গুচি আহিল গাঁৱৰ পথেৰে। আন দিনা টানি টানি 'ফেমিনা' হৈ পিন্ধিবলৈ যত্ন কৰা সাড়ীখন বতাহত উৰি যোৱাতো মনটো বিচলিত নহ'ল। সকলোবোৰ আজি ভাওনা যেন লাগিল। সেই সুন্দৰ সাজপাৰৰ আঁৰত শিক্ষিত, সংস্কৃতিপ্ৰেমী মনৰ মাজত যে এনে জঘন্য প্ৰবৃত্তি লুকাই থাকিব পাৰে, কোনে জানে? এজনী সহজ গাঁৱৰ ছোৱালীক ক্ষমা আৰু মৰমেৰে, ন্যায় আৰু সদুপদেশেৰে ৰক্ষা কৰি গঢ় দি তেওঁলোকৰ সমাজসেৱাৰ অৱিহণা যদি যোগাব নোৱাৰিলে, তেন্তে এই চৌখিন সমাজসেৱাৰ নামত ঘৰিয়ালৰ চকুৰ পানীৰে নিজৰ নাম, যশ, সন্মানৰ পথাৰ চহোৱাৰ বাহিৰে আন একোকেই নাছিল।

ঘিণ লাগি গ'ল মাকণৰ এই সমাজলৈ।
ওঁঠত বিৰিঙি উঠিল এটা বিতৃষ্ণাৰ ৰেখা।

ঘৰলৈ আহি মাকণে দেখিলে পিতাকৰ অসুখ। চিকিৎসাৰ কাৰণে প্ৰয়োজন ডাক্তৰৰ। পাতল সাড়ী খহাই পিন্ধি ল'লে সৰু সূতাৰ মেখেলা-চাদৰ। তাৰ পাছত পুনৰ নগৰলৈ আহি ডাক্তৰক মাতিলেহি। কিন্তু গোটেই দিন অপেক্ষা কৰাতো যেতিয়া ডাক্তৰ গৈ নোলাল,



এইবাৰ ওলাল মাকণৰ মাক। ডাক্তৰক ক'লে, "মই অসমীয়া মানুহ। সেয়ে অসমীয়াৰ ওচৰত সহায় বিচাৰিছোঁ। আপুনি জানো সেইকণ দয়া নকৰিব?"

অসমত অসমীয়াই, অসমীয়াক পৰিচয় দিব লগা হৈছে নিজক ৰক্ষা কৰাৰ কাৰণে। নহ'লে যে আন বিদেশীক দিবলৈ টকা নাই। কিন্তু ডাক্তৰে টকাৰ কাৰণে কেৰো-ঘেঁহো কৰিলেও মাকণৰ মাকৰ চকুৰ পানীয়ে যাবলৈ বাধ্য কৰালে।

ইমান পৰে মাকণৰ মনত বদ্ধমূল হোৱা মানুহৰ নতুন পৰিচয়ে অকণমান সোঁত সলালে। আকৌ এবাৰলৈ তাই যেন কাৰোবাক প্ৰশ্ন কৰিলে, তেন্তে মানুহ আজিও মানুহ হৈ আছে নেকি? কিন্তু এই প্ৰশ্নৰ উত্তৰ পোৱাৰ আগতেই মাকণ সন্মুখীন হ'ল অন্য এক অচিন আহ্বানত। আঘোণ গৈ পুহত সোমাল। উত্তৰ পাৰত বৰফৰ টুপীত ৰ'দৰ আভাই চিকমিকনি তুলিলে। গাঁৱৰ মানুহে কয়, সেয়াই হিমালয়। আৰু বৰ বেছি ৰ'দত হেনো কেতিয়াবা কোনোবা ভাগ্যবানে মহাভৈৰৱ হ'ল। মন্দিৰৰপৰা দেখিছিল, শিৱ-পাৰ্বতীয়ে জুৰ লোৱা সোণৰ গছজোপা। সেই গছজোপা কেতিয়াবা চকুত পৰে নেকি মাকণহঁতেও সৰুৰেপৰা চাবলৈ যত্ন কৰিছিল। উত্তৰ ফালে আকাশৰ গাত জাৰকালি চিকমিকাই উঠা এই পৰ্বত শ্ৰেণীয়ে সিহঁতৰ পথাৰৰ সীমা হৈ যেন গাঁওখনলৈ নামি আহে। এই দৃশ্য চাই আপোন বিভোৰ হয় গাঁৱৰ মানুহ; সিহঁতে পেটে পেটে নিজকে কয়ঃ আমাৰ গাঁওখনৰ ৰূপৰ তুলনা নাই। পূবলৈ অলপ দূৰ গ'লেই ভৰলী নৈ। মানুহে মাঘ মাহত ভৰলীত পূজা দিয়ে। শুভ কামলৈ বা ক'ৰবালৈ যাব লগা হ'লে বাট খৰচৰ লগতে মানুহে সিকিটো বা আধলিটো ভৰলীক দিবলৈ আগভাগ কৰি আনে। মানুহে কয় ভৰলী হ'ল আই ভৈৰবীৰ আন এটা সংহাৰিণী ৰূপ, বৈ আহিছে সেই পৰ্বতমালাৰপৰা।

পুহ মাহত চোতালত জুই পুৱাই পেটত অসহ্য ভোক লৈ বহি আছিল মাকণ। ওচৰত বেমাৰী পিতাক। এবাৰ মাকণে দেখিলে

গাত লোৱা চাদৰখনৰ এটা চুক গৈ পৰিছে জুইত। অকণ অকণকৈ পুৰি আহিছে কাপোৰখন। জ্বলি উঠা চাদৰৰ আগটো দেখিও মাকণে নুনুমালে। ভাবিলে, জ্বলক, জ্বলি জুয়ে বেৰি ধৰক মোক, তাৰ পাছত এই জুয়ে বাঢ়ি গৈ পুৰি পেলাওক গোটেই জগতখন আৰু পুৰি শেষ হোৱাৰ পাছত নতুনকৈ হওঁক এখন নতুন মানুহৰ সমাজ।

"এই···এহ চাদৰৰ আগটো পুৰিলে মাকণ···চাওঁ···" পিতাকে দেখি লৰালৰিকৈ জ্বলিব খোজা কাপোৰখন মোহাৰি দিলে।

"যাচোন, চাহ এটোপা কৰগৈ মাকণ···"মাকণে শুনিও নুশুনা হ'ল।

শুনি লাভ নাই। ঘৰত চেনি, চাহপাত একো নাই। চাহ এবাটি খাবৰ তাইৰো ইচ্ছা গৈছিল। কিন্তু চেনি, চাহপাত নাই বুলি নকৈ মাকণে পিতাকক ক'লে, "তোক ডাক্তৰে চাহ খাবলৈ মানা কৰিছে নহয় পিতাই?"

পিতাকে আৰু একো উত্তৰ নিদিলে। পেটৰ অসহ্য ভোকত ভাবিলে, কি লাভ হ'ব এইদৰে ভোকক পুহি নিজকে কষ্ট দিয়াৰ, তাতোকৈ তাইৰ দেহা বিক্ৰী কৰিলে দুসাজ ভালকৈ খাই-বৈ জীয়াই থাকিব পাৰিব দেখোন।

কিন্তু!

কিন্তু—কিয় তাই দেহা বিক্ৰী কৰি খাব?

কিয়?

এজন মৰমিয়াল মানুহৰ আশ্ৰয়ত এখন সৰু সুখী ঘৰৰ মাতৃ আৰু অধিকাৰিণী হোৱাৰ আকাংখাতকৈ আন একো সুখৰ কল্পনাই যে নাৰীৰ ওচৰত নহয় বৰণীয়। হয়তো এদিন তায়ো হ'ব পাৰে কোনোবা মহাপুৰুষৰ মাতৃ, হয়তো পৰিবৰ্তন হ'ব এই দুঃসহ জীৱনৰ। তেন্তে ইমান আগ্ৰহেৰে বিচাৰি, ৰক্ষা কৰা জীৱনটোক তাই সাধাৰণভাৱে নষ্ট কৰি দিব কিয়? এই জগতত ভাল মানুহ হোৱাৰ অধিকাৰ তাইৰো আছে। নহয়, তাই ভাল হ'ব। ভাল হৈ তাই গাঁৱতেই কোনোবা গাঁৱলীয়া ডেকাৰে সৈতে গঢ়িব এখন সৰু স্বৰ্গ।



চকুৰ আগত মাকণে দেখিলে, তাই যেন বহি আছে চাৰি জোপা কল পুলিৰ কাষত। আৰু আয়তীয়ে জোৰা নামত যেন গাইছে—

ফুল আছে ফুলি
কদম আছে হালি
কিয় মাকণ চিন্তা কৰা
বোপা বেয়া বুলি······।

বতৰলৈ চাই মাকণে হিচাপ কৰিলে মাঘ পাবৰ হ'ল। কেইদিনমানৰ পাছত ঢোলৰ চাপৰ শুনি কমোৱা ফাটিব, মদাৰ ফুলিব আৰু তাৰ পাছত আহিব বসন্ত। আঙুলিৰ মূৰত এটা এটাকৈ হিচাপ কৰিলে কেইটা বসন্ত তাই পাৰ কৰিলে। কোনটো বসন্তত তাই নন্দেশ্বৰদা'ক লগ পাই প্ৰথম অনুভৱ কৰিলে বসন্তকালত মদাৰ ফুলাটো প্ৰকৃতিৰ নিয়ম হ'লেও যেন এই মদাৰৰ পাহিত আছে হিয়াৰ দুঃসহ বেদনাৰ আভা। বসন্তৰ বিদায়ৰ সময়ত কেতেকীয়ে ঘনাই মতা সুৰ ইমান দিন বৰ সাধাৰণ বুলি ভাবি আহিলেও নন্দেশ্বৰ দা'ৰ আগমনে যেন শিকাই দি ক'লে, "পাগলী, কেতেকীৰ সেই বিননি যে আমাৰ মনৰ বিননিৰ সুৰেই, ভালকৈ শুনিলেই বুজিবা।" সঁচায়ে, নন্দেশ্বৰদা'ক লগ পোৱাৰ পাছত শুনা কেতেকীৰ বিননি মাকণৰ মনত আৰু বৰ সহজ হৈ থকা নাছিল। সেই বিননি শুনি মাকণে ভাবিছিল, কেতেকী তই চৰাই হ'লেও মোৰ সৈতে যে একে বিননি। মাজৰাতি তই ভলুকা বাঁহ জোপাত এনেকৈ নিবিনাবিচোন, মোৰ যে টোপনি নাহে······

আৰু এদিন নন্দেশ্বৰদা' যোৱাৰ পাছত, ঘৰৰ দাৰিদ্ৰ্য, সমাজৰ অৱহেলা পোৱাৰ পাছত অহা এই বসন্তৰ জাননীত মাকণৰ কিন্তু এবাৰো কেতেকীৰ কথা মনত নপৰিল, মাত্ৰ তাই ভাবিলে, সুখৰ হওক বা দুখৰ হওক নিজাকৈ এখন ঘৰ তাইৰ বৰ প্ৰয়োজন। প্ৰয়োজন এজন মৰমিয়াল, নিৰ্ভৰযোগ্য মানুহৰ।

এতিয়া মাকণৰ চকুত বসন্তৰ ৰূপ আকৌ বেলেগ ৰূপত নাচিবলৈ

ধৰিলে। ইমান দিনে কুলি-কেতেকীৰ মাতত বিৰহৰ বিননিহে নন্দেশ্বৰ দা'ৰ আগমনে চিনাই দিছিল, এতিয়া কুলিৰ মাত বিয়াৰ উৰুলি যেনহে লগা হ'ল। বৰ্ষাৰ প্ৰথম বৰষুণ জাকক কোনোবা পুৰুষ আৰু পৃথিৱীক নাৰী যেন লাগিল। আৰু পথাৰৰ ধানবোৰ! যেন এই মিলনৰ স্মৃতিয়ে দিয়া ৰূপ।

নগৰে সাড়ী পিন্ধাই প্লাষ্টিকৰ বেগ লৰলৈ শিকোৱাৰ দিনাৰেপৰা মাকণৰ গাঁৱৰ বোকা-পানীৰ প্ৰতি যিটো বিৰক্তি হৈছিল, এতিয়া বৰ্ষাৰ নতুন ৰূপে পুনৰ সেই ৰং ধুই যেন পুনৰ ভাল পাবলৈ শিকালে বোকা-পানীক।

সঁচায়ে বৰ্ষাৰ বোকাতো যে আকৰ্ষণ থাকিব পাৰে, এই যেন তাই প্ৰথম চিনিলে। হাল বাই শকত কলাফুলত লাগি যোৱা সুঠাম ডেকাৰ ভৰিৰ বোকাত যেন নতুন সপোন দেখিলে। ইয়াৰ পাছত সঁচায়ে এদিন মাকণে শুনিলে নন্দেশ্বৰ দাদায়েই অনুগ্ৰহ কৰি তাইৰ কাৰণে ল'ৰা এটা যোগাৰ কৰিছে।

কথাষটো শুনি মাকণৰ মাক-দেউতাকেও ভাল পালে। জোঁৱায়ে জিলাৰ অফিছত চাপৰাছী কাম কৰে। হওক, তেও ছোৱালীয়ে দুসাজ সুখেৰে খাবলৈ পাব।

একালত নগৰত তাঁত শিকিবলৈ অহা ছোৱালীৰ ল'ৰা কেনেবাকৈ অপছন্দ হ'ব বুলি নন্দেশ্বৰদা'ও সজাগ হ'ল। পানীতোলা গাঁৱৰ একুৰি পোন্ধৰ বছৰীয়া পদ্মলোচনক দুকুৰি বয়সীয়া যেন দেখিলেও আৰু পায়োৰিয়া হোৱাৰ কাৰণে জিলাৰ ডাক্টৰে প্ৰকৃত দাঁতবোৰ তুলি নকল দাঁত লগাই খুন্দনাত খুন্দি খাবলৈ নলগাকৈ সুবিধা কৰি দিয়াৰ কাৰণেই পদ্মলোচনে যথেষ্ট সকাহ পাইছিল। চকু দুটা কেৰা যদিও, আৰু গাল দুখন সোমাই হনু ওলালেও পদ্মলোচনে জানিছিল সি এজনী ভাল ছোৱালী পাবই। অফিছত বৰবাবুৰপৰা আৰম্ভ কৰি তাতকৈ জুনিয়ৰ পিয়নে বেঙা বুলি ভাবি ৰগৰ তুলিলেও, পদ্মলোচনে জানে তিৰোতাৰ ক্ষেত্ৰত সি কিন্তু ঠিকেই পুৰুষটি হৈ থাকিব। সেয়ে কাছাৰীৰ চকীদাৰৰ বগীতৰা হেন জীয়েকজনীক তালৈ বহুতো ধৰা



সত্বেও সি বুজাবলৈ যত্নৰ কৃপণালি নকৰিলে যে, সি ছোৱালী নহয়, ল'ৰা। এলা-পেচা খাটিৰে তাক লৰাব নোৱাৰে।

বহুতে কৈছিল যে, মাকণজনী ভাল। বিশেষকৈ নন্দেশ্বৰৰ তাত ভাত ৰান্ধনী থাকোঁতে সি কোৱা শুনিছিল, মাকণৰ বুদ্ধিৰ লেখীয়া ছোৱালী হেনো এই অঞ্চলত নাই। দেখিবলৈকো হেনো ঠিক জাতিলাউটোৰ দৰে। সেই কাৰণেই মাকণক পাবৰ ইচ্ছা হ'লেও লগৰ দুটামানে কৈছিল, সহজে সেও নামানিব। গতিকে ভেমটো বাহিৰত দেখুৱালেও ভিতৰি পদ্মলোচনৰ মাকণৰ কাষ চাপিবৰ বাৰুকৈয়ে মন গৈছিল আৰু নন্দেশ্বৰৰ খাটনিত এদিন যোৱাটোকে ঠিক বুলি ভাবিলে।

তথাপিও নিৰ্দিষ্ট দিনত যাবলৈ লৈ সকলোৱে দেখিলে পদ্মলোচনৰ ছোৱালী চাবলৈ যাবৰ বহুত অসুবিধা আছে। আনকি নকল দাঁত দুপাৰিৰো বহুতখিনি ভগা। সেয়ে বহুতে ধৰি-মেলি প্ৰথমে দাঁত কেইপাৰি নতুন কৰোৱালে, যাতে হিচাপ কৰি হাঁহোঁতে কইনাৰ ঘৰে বেয়া নেদেখে। তাৰ পাছত এযোৰ বগা কাপোৰৰ জোতা, ধুতি, চোলা, গেঞ্জী লৰালৰিকৈ কিনি আনি চাবে-মোহৰে পিন্ধি নতুন কাপোৰৰ গন্ধৰ চেণ্ট সানি পুৰুষৰ গাম্ভীৰ্য্যৰে আহি মাকণৰ আগত পদ্মলোচন এনেকৈ বহি ব'ল, যেন তোমাক মই পৰোৱাই নকৰোঁ। ল'ৰা-ছোৱালীৰ মাজত কথা পতাৰ সুযোগ দি নন্দেশ্বৰ ওলাই যোৱাৰ পাছত কোঠাটোত আৰু কোনো নাছিল। সেই সুযোগতে পদ্মলোচনে ভাবিছিল, ঘৰতে নন্দেশ্বৰে শিকাই দিয়া দুটামান প্ৰশ্ন সি মাকণক কৰাৰ কথা। আৰু নতুন কাপোৰৰ গন্ধ লৈ লৈ মাটিত চকু থৈ এবাৰো মূৰ নদঙাকৈ ভাবিছিল, নন্দেশ্বৰ দা'টো যে ই-মা-ন দুষ্ট!

মানুহজনলৈ মূৰ দাঙি চাম চাম বুলি এবাৰো চাবলৈ মাকণে সাহ কৰিব পৰা নাছিল। তেনেতে এটা কৰ্কশ স্বৰ আহি তাইৰ কাণত পৰিল।

"কোৱাচোন কি গুটিৰ ছাল নাই। তুমি গোলো লিখাপঢ়া জনা বুধিয়ক ছোৱালী—"

বহুত পৰৰ মূৰত ভাবি ভাবি পদ্মলোচনে মনত পেলালে সুধিব পৰা বুলি ভবা, আৰু বুদ্ধিমানৰ পৰিচয় নিজৰো দাঙি, বহুত দিনৰ আগতে গাঁৱত দৰা আগচোঁতে সোধা এই প্ৰশ্নটোৱেই তাৰ মনলৈ আহিল—কি গুটিৰ ছাল নাই ?

বিপাঙত পৰিল মাকণ। নক'লেও যে চিকাৰ যায়, যায়! নন্দেশ্বৰদা'টো বাৰু কলৈ গ'ল? মাকণে উত্তৰ দিয়াৰ আশা নাই যেন দেখি, হোহোৱাই এবাৰ পদ্মলোচনে হাঁহিলে ফূৰ্তিতে, যেন সি জিকিলে।

তাৰ পাছত বিজ্ঞৰ দৰে ক'লে, "হোঁ ইয়াকো নাজানা, শিলগুটিৰ যে ছাল নাই তাকো নাজানা?" তাৰ পাছত নন্দেশ্বৰক দেখি ইংৰাজীৰে ক'লে, "এই বিয়া কেন্সেল।"

উচাপ খাই উঠিল মাকণ। যেনেদৰে আহিছিল তেনেকৈয়ে ওলাই গৈছে পদ্মলোচন। পিছে পিছে নন্দেশ্বৰদা'। ধুমুহাৰ দৰে আহি ধুমুহাৰ দৰেই গুচি যোৱা সেই মানুহজনে গোটেই কোঠাটোতে এসোপা সুগন্ধ ঢালি আঁতৰি গ'ল। সেই গন্ধটো এতিয়াও তাইৰ নাকত লাগি আছে, নতুন কাপোৰৰ গন্ধ। ঠৰ হৈ বহি থকা মাকণে তাৰ পাছত শুনিছিল মাকৰ কথা :

"গজমূৰী, কুলক্ষণী, চাকৰি কৰা এনে সুন্দৰ ল'ৰাটোক তই খেদি দিলি—"

দোটোপাল চকুৰ পানী বাগৰি আহিল মাকণৰ গালেদি। তাৰ পাছত সেই অবুজ, অঁকৰা চকুৰ পানীখিনি মচি পুনৰ কঁকালত টঙালি বান্ধি গাগৰি দুটা লৈ পঞ্চায়তে দিয়া কুঁৱাত বালটিৰে পানী তুলি তুলি ভাবিলে, এয়াইতো সংসাৰ!

সঁচাকৈ এয়াই সংসাৰ।

জীৱনৰ দুখক দুখ নুবুলি, কান্দোনক হাঁহিৰে সাবটি ধৰি, মৃত্যুয়ে কেতিয়াবা লোভনীয় হৈ আমন্ত্ৰণ কৰিলেও, তাক হেলাৰঙে গচকি, ক'বলৈ শিকাইছিল, মৰিম কিয়?

কিয়?



হোটেলত কাঁটা-চামুচেৰে মুৰ্গীৰ টুকুৰা এটা মুখলৈ নি মাকণে কমল সিঙৰ লোভনীয় হাঁহিটোলৈ চাই ভাবিছিল। ভালেই হ'ল যি হ'ল। ঘৰ-সংসাৰ, ল'ৰা-ছোৱালী এইবোৰ হোৱা হ'লে এনেকৈতো নিশ্চিন্ত মনে ফুৰিব নোৱাৰিলোঁহেঁতেন। এতিয়া এটা পেট; চিন্তা কিহৰ? মৰিলেও নিশ্চিন্ত। তথাপিও বেৰত আঁৰি থোৱা কেলেণ্ডাৰ এখনত থকা মাক আৰু শিশুৰ এখন ছবি দেখি হঠাৎ মাকণৰ চকু দুটা বৈ যাব খুজিছিল, লৰালৰিকৈ চকু দুটা নমাই আনি কমল সিঙক ক'লে, "মানুহে স্ফূৰ্তি কৰিবলৈহে জীয়াই থাকিব লাগে, নহয়নে? মই কিন্তু সংসাৰৰ বান্ধোন ভাল নাপাওঁ।"

"ঠিক কৈছা। সেই কাৰণেইতো তোমাক মই বিয়াৰ কথা নকওঁ। এজনীক কৰায়েই তাইৰ বান্ধোনতে বুজিছোঁ—বিয়া নহয়, কয়দী।"

মাকণে একো উত্তৰ নিদিলে।

অকণমান হাঁহিলে বেৰৰ ছবিখনলৈ চাই।

যেন সেই চকু দুটাই হাঁহি হাঁহিয়েই কান্দি কৈছিল: আঙুৰ টেঙা!

গুণা-বছা বেনাৰসী সাড়ী পিন্ধি বাবাজীৰ ওপৰত খোপা বন্ধা মাকণক দেখিলে দূৰৰপৰা এতিয়া চিনিব নোৱাৰিয়েই হ'বলা ক'লা, চচমাৰ তলেদি দেৱলাই মাকণক বোধকৰোঁ আন কোনোবা বুলি ভুলতে মাতিলে, "হেই মিছ বৰোৱা।"

মাকণে থতমত খালে। ইয়াতো এইজনীৰ আকৌ সন্মুখীন হ'ব বুলি তাই ভবা নাছিল। ভিতৰলৈ আহিহে বোধকৰোঁ দেৱলাই তাইৰ ভুলটো বুজি পালে যে এয়া তাইৰ চিনাকি মিছ বৰুৱা নহয়, নতুন সভ্যতাৰ বাৰলগা মিছ বৰুৱাহে।

অনিচ্ছা সত্বেও যেন দেৱলা আহি বহিল এচ. আৰ. পিৰ উচ্চতম বিষয়া বিজন পাকড়াছীৰ লগত। পাকড়াছীয়ে দেৱালক কোন বুলি সোধাত দেৱলাই পিছফালে আঙুলিয়াই দিলে। দেৱলাৰ লগত যাৰ মিতিৰালি আছে, তেওঁৰ কাৰণে এইটো জনাত সহজ যে যেতিয়া কোনোবা অসমীয়া মানুহ বা অসমীয়া কোনো আনুষ্ঠানক বুজাব লগা

হয় পিছফালে আঙুলিয়াই দি বুজায়, তাৰ মানে অসমীয়া। অসমীয়া ডেকাই হেনো ৰোমাঞ্চ কৰিব নাজানে, দেৱলাই বোলে কয়। বহুতৰে মতে, দেৱলাই হেনো দুখ কৰে, অসমীয়া সমাজত বিশেষকৈ এখন পুৰণি নীতি-নিয়মকে সংস্কৃতি বুলি ধৰি থকা ভাৰতীয় সমাজক তেওঁ বোলে বৰ বেয়া পায়, দুখ কৰে, এনে সমাজত জন্ম লাভ কৰাৰ কাৰণে।

পাকড়াছীয়ে ক'লে, "ইয়াত আহি কিছুমান স্থানীয় ছোৱালীক দেখিছোঁ, এচামুচ চেনি খুৱাই দিলেই সকলো পাহৰি যায়—"

"নক'ব আৰু। সেইবোৰৰ কাৰণেই আমি বৰ লাজ পাওঁ।"

মাকণে বুজিলে সেই কথা পাকড়াছীয়ে অকলে তাইক কোৱা নাই, যদিও দেৱলাই দিয়া উত্তৰখিনি সম্পূৰ্ণৰূপে তাইক আক্ৰমণ কৰি কোৱা। তথাপিও মাকণৰ গাত আজি অকণো নালাগিল, এবাৰ মুখ টিপি দেৱলালৈ চাই হাঁহিলে। হয়, সিহঁতৰ কাৰণে বহুতে লাজ পায়। কিন্তু কিয় লাজ পাব লগা হৈছে কোনেও নাজানে, দেৱলাইঁতে জানিও নাজানে।

মাত্ৰ মানুহবোৰে কয়, ছোৱালীজনী বৰ দুষ্ট! আৰু এই ছোৱালী-জনীৰ নাম মাকণ। সময় আৰু জীৱনৰ পয়া লগা এটা সাক্ষী; মাকণে জানে পাৰ্বতী বিড়ি আৰু আমেৰিকান কেনেল ছিগাৰেটৰ কথা। নতুৱা বাৰ্মিজ ছিগাৰক শ্ৰদ্ধা কৰা ছোৱালীজনীক কোনেও নাজানিলেহেঁতেন।

আৰু এইজনী হোৱালীয়ে কোনোবা দেৱলা চৌধুৰী নামৰ এজনীক এতিয়া ভয় কৰি মানি চলাৰ প্ৰশ্ন উঠিব নোৱাৰে। গতিকে মাকণে হোহোৱাই হাঁহি বয়ফ্ৰেণ্ডক ক'লে, "ব'লা, নাচ আৰম্ভ হ'বৰ হ'ল।"

দুয়ো স্কুটাৰত উঠি দেৱলাৰ আগেদিয়েই ধূলি উৰুৱাই গুচি গ'ল। ভয় কৰিব কিয়?

তাইৰ গাতো যে বেনাৰসী!



# মোহ

ভন্টিক পঢ়াবলৈ অহা ৰুবী বাইদেউৰ কাৰণে টকা ত্ৰিছটা উলিয়াই নতুন তিনিখন দহটকীয়া নোটলৈ একেথিৰে চাই কমলাই ভাবিলে: ইছ্! এনে চকচকীয়া নতুন নোট কেইখন এতিয়া নিজৰ হাতৰপৰা যাব লোকৰ হাতলৈ!

কনভেণ্টত পঢ়া ভন্টিক ৰুবী বাইদেৱে চায়হি খুব বেছি এঘণ্টা সময়; তাতেই ইমানসোপা টকা ল'ব লাগেনে? বৰখন পঢ়াইছে।... এমাহত পঢ়াই ভন্টিক প্ৰমোচনটো দিয়ালে মাত্ৰ, প্ৰথম বা দ্বিতীয় এটা হোৱা হ'লেতো কথাই নাছিল। অৱশ্যে ভন্টি অংকত অলপ বেয়া বোলে। হওক ছোৱালী মানুহকনো অংক কিহলৈ? ক্লাছ ছিক্সৰ ছোৱালী হৈ পূৰণ-হৰণ নাজানে বুলি স্কুলত কয় যদিও, ক্ষতিয়েই বা কি?

নাই, স্কুলৰ মাষ্টৰনীবিলাকেও নুবুজে। আৰু সেই কাৰণেই মাহে ত্ৰিছটাকৈ টকা খৰচ কৰি ৰুবী মাষ্টৰণীক ঘৰুৱাভাৱে শিক্ষা দিবলৈ ৰাখিব লগা হ'ল। নহ'লে আমাৰ ভন্টিয়ে বি. এ পাছ ৰুবী বাই-দেউতকৈ ভাল ইংৰাজী কিজানি ক'বও পাৰে (লিখাতহে যি অলপ গণ্ডগোল হয়)। হ'বই, ইংৰাজীটো কিবা নিজৰ ভাষানে? হ'লেও ভন্টিক ইংৰাজী ক'ব পৰাৰ কাৰণেই অসমীয়া মাধ্যমত পঢ়া হাইস্কুলীয়া লগৰ ছোৱালী কেইজনীয়ে সমীহ কৰি চলা মাক কমলাই নেদেখা নহয়। আৰু সেইবোৰ দেখি তেওঁ পেটে পেটে গৰ্ব কৰি ভাবে, মোৰ ছোৱালী সময়ত এজনী হ'ব আৰু—এতিয়াই কি স্মাৰ্ট! কি সুন্দৰকৈ মেমৰদৰে ইংৰাজী ক'ব পাৰে!

আকৌ এবাৰ টকাকেইটালৈ চাই কমলাই ভাবিলে, এটা নহয়, দুটা নহয়, পুৰা ত্ৰিছটা টকা। কমেও ছসাজ মঙহকে খাব পাৰিলে-

হেঁতেন নতুবা ওচৰৰে চহৰীয়াৰ ঘৰত ত্ৰিছটা টকাত বেচিবলৈ ওলোৱা চেউৰী গৰুজনীকে কিনি থব পৰা হ'লে সময়ত সেই চেউৰীজনীৰপৰা কিমান যে পোৱালিৰ লগতে খাঁটি গাখীৰকণ খায়ো পইচা বাচি গ'লহেঁতেন। আৰু সেই গৰু পোৱালিবোৰ বেচি বেচি সময়ত তেওঁ এটা প্ৰেচাৰ কুকাৰেই ল'ব পাৰিলেহেঁতেন। নতুবা পইচা খৰচৰ ভয়তে ল'ৰা-ছোৱালীয়ে ছিনেমা চাব খুজিলে চৰিত্ৰ বেয়া হয় বুলি সদায়ে দি অহা যুক্তিটোকে এইবাৰ নিদিয়াকৈ পাৰিলেহেঁতেন।

কিন্তু তাৰেই বা সুবিধা ৰুবী মাষ্টৰনীয়ে দিলে ক'ত ?

ন'হল যে নহ'ল একোকেই নহ'ল। এতিয়া ৰুবী মাষ্টৰনীয়ে দুদিনৰ পাচতে এই টকাৰেই এখন ধুনীয়া চাদৰ বা মেখেলা কিনি তেওঁৰ আগেদিয়েই চটচটাই অহা-যোৱা কৰিব।

সঁচায়ে ত্ৰিছ টকাত এখন বৰ ধুনীয়া মেখেলা পাব। কথাটো ভাবি কমলাৰ নিজৰে ঠাহি ঠাহি থোৱা চাৰিটা কাপোৰৰ বাকচলৈ মনত পৰি মনটো শেঁতা পৰি গ'ল আৰু ৰুবী মাষ্টৰনীয়ে কিনা কাপোৰখন তাত থোৱা হ'লেহে যেন বাকচ চাৰিটাৰ সৌন্দৰ্য্য বাঢ়িলহেঁতেন।

এই টিউচনৰ ফিজসোপানো বাৰু কোনে ইমানকৈ বঢ়ালে। চৰকাৰে আইন কৰি কমাব নোৱাৰেনে বাৰু ? নহ'লে ইহঁত ডকাইত হৈছেগৈ আৰু—এঘণ্টা দেখুৱাই দিব, তাতেই লাগে মাহেকে ত্ৰি-ছ-টাকৈ টকা! ইয়াকেইতো কয় দিন-ডকাইতি।

সিফালে চাগে' ৰুবী বাইদেৱে টকা দিব দিব বুলি আশাৰে বহি থাকিব পায়। বহক। এনেয়ে ইমান সহজে পাবনে ? তেজক পানী কৰি ল'ৰা-ছোৱালীকেইটাৰ বাপেকে টকা ঘটিছে। তাৰ কাৰণে যে কিমান কষ্ট কৰে কমলাইহে বুজে।

বেচেৰা মানুহটোৰ কথা মনত পৰিলেই দুখ লাগি যায়। চাকৰি হ'ল আয়কৰ বিভাগৰ অফিছাৰ। মানুহে কয়, মাৰোৱাৰী মহাজনৰ ইহঁত যমদূত যেতিয়া পইচাই পইচা।

কি বুজিব মানুহবোৰে !



টকা কেইটা হাতত লৈ বাকচটো ভালকৈ মাৰিছেনে নাই তিনিবাৰমান পৰীক্ষা কৰি কমলাই চাবিকোছা আনি এনেকুৱা এটুকুৰা ঠাইত থ'লে যে ঘৰৰ আন মানুহৰ চকুত যেন সহজে নপৰে। চাবিকোছাৰ প্ৰতি তেওঁ সততে চকু ৰাখে। শেষবাৰৰ কাৰণে টকা কেইটাৰ ওপৰত চকু দুটা বহলকৈ মেলি দি কমলাই টকা কেইটা ৰুবী মাষ্টৰনীৰ আগত থৈ ক'লে, "এমাহৰহে নহয় জানো ?" তাৰ পাছত টকাকেইটা এনেকৈ দিব খুজিলে যেন মাষ্টৰনীয়ে তেওঁৰপৰা ভিক্ষাহে খুজিছে। কিন্তু আগবঢ়াই দিয়া টকা কেইটালৈ নোচোৱাকৈ ৰুবী মাষ্টৰনীয়ে যিষাৰ কথা ক'লে কমলাৰ এনে লাগিল ৰুবী মাষ্টৰনী সেই মুহূৰ্ততে ডকাইতনীৰপৰা যেন সাক্ষাৎ গোসাঁনীলৈ প্ৰমোচনহে পালে।

মাষ্টৰনীয়ে ক'লে, "ভন্টি ঘৰৰ ওচৰৰে, মোৰ নিজৰ ভনীৰ দৰে, সন্ধিয়া এনেয়ে থাকোঁ যেতিয়া ভাবিলোঁ তেওঁক দেখুৱায়ে দিওঁ অলপ। ভন্টি পঢ়াত অলপ কেঁচা, টকা কেইটাৰে তাইকেই সাধুৰ কিতাপ কেইখনমান কিনি দিলেই মোৰ পৰিশ্ৰম সাৰ্থক হ'ব।"

ইমান কথাৰ প্ৰয়োজন কিহৰ। টকা কেইটা নলয় ; সেয়াই জানো কম কথা। মুহূৰ্ততে কমলাৰ মুখৰপৰা আগৰ কাঠিন্য ভাৱ আঁতৰি গৈ তাৰ ঠাইত কোমলতা বিৰাজ কৰিলে। লগে লগে মনলৈ আহিল আয়ৈ দেহি ৰুবীজনী! বৰ ভাল ছোৱালী দেও—ছিঃ, ছোৱালীজনীয়ে ইমান দিন ঠাণ্ডাত কঁপি কঁপি আহি ভন্টিক বিনা পইচাত পঢ়ালে, এদিনলৈ একাপ চাহো যচা হোৱা নাই। লগে লগে কমলাই ৰুবী মাষ্টৰনীক জোৰকৈ বহুৱাই চাহ কৰিবলৈ গৈ ভাবিলে লগত এতিয়া কিবা এবিধ জলপান নিদিলেও বেয়া দেখি। একাপ চাহ কৰা মানেই কিছুমান খৰি অযথা পোৰা। সেয়ে আজিকালি তেওঁ আবেলিৰ চাহখিনি হিচাপ কৰি দুপৰীয়া ভাত হোৱাৰ পাছতে আঙঠাতে পানী উতলাই চাহখিনি ঢালি ফ্লাস্কত ভৰাই থৈ দিয়ে। অৱশ্যে সেই চাহ খাই ডাঙৰটো ল'ৰা বাপে কয়, "ফ্লাস্কত থোৱা চাহ খাবলৈ বেয়া।" ক'লেই হবনে ? নিজে টকা ঘটিলেহে গম পাব সিহঁতে। এতিয়া বাপেকৰ হোটেলত মজা মাৰি খাই মুখত যি আহে তাকে ক'বই।

চাহ বেয়া বুলি বাপে সেইদিনাও আধাকাপ চাহ লৈছিল বাকীখিনি ফ্লাস্কত এতিয়াও আছে, সৰু, পিয়লাত ঢালিলে কোনোমতে একাপ হ'ব যেন পাই কমলাই ওচৰেৰে দোকানৰপৰা বহুত দিন বিক্ৰী নোহোৱাকৈ পৰি থকা দুটা নানখাটা আনি বৰ আগ্ৰহেৰে ৰুবী মাষ্টৰণীৰ আগত থৈ ক'লে, "আজি ঘৰত একোৱেই নাই, শুদা চাহ কাপ দিবলৈ বৰ বেয়া লাগিছে।"

ৰুবী মাষ্টৰণীয়ে এঢোক চাহ আৰু একামোৰ নানখাটা খাই ক'লে, "চাহ তেনেকৈ মই নাখাওঁৱেই, ডিছেন্ট্ৰিৰ ট্ৰাবল আছে।" কমলাই দেখিলে, এনে আটকীয়া নানখাটা দুটা এতিয়া পেলাব। এনেকৈ আধা কামোৰ মাৰি এৰিব বুলি জনা হ'লে কমলাই ভিখাৰী এটাকে দিয়া হ'লেও অকণমান পুণ্য কৰিছোঁ বুলি যমৰ আগত ক'ব পাৰিলে-হেঁতেন। নিজেতো নাখালেই আনে খাবলৈকো কৰিলে বেয়া। প্লেটতে থাকক বাৰু। বহুত দিন মেকুৰীটোকো আদৰ কৰি একো খাবলৈ দিয়া নাই। বেচেৰাক আজি নানখাটা ফালকে দিব লাগিব। তথাপিও নোখোৱা কাৰণে কিবা এটা নক'লে বেয়া দেখি কাৰণেই আকৌ ক'লে, "ওঁ, চেহেৰা দেখিয়েই বুজি ডিছেন্টিৰ ট্ৰাবল আছে। সেই কাৰণে ইমান দিন চাহ যচাও নাই। এদিন বাৰু ভাতকে খাবহি।" পাছৰ কথাখিনি কৈ কমলাই জিভা কামুৰি ধৰিলে। কিযে মুখখন আৰু। খুৱাওঁ বুলিলেই খুৱাব পাৰিবনে? তথাপি এবাৰ কোৱা কথা ঘূৰাই ওভোতাই আনিব নোৱাৰি। কি কৰা যায় বাৰু? এনেতে ৰুবী মাষ্টৰণীয়ে অলপ যেনিবা আশ্বাস দি ক'লে, "ভাতনো কিয়? সদায় খায়েই আছোঁ।" কথাখিনি যে ৰুবীয়েও ভদ্ৰতাৰ খাৰিতহে কৈছে কমলাই নুবুজা নহয়।

কমলাই মানুহ নিমন্ত্ৰণ কৰিব লগা হ'লেও কৰে বহুত ভাবি-চিন্তিহে। এবছৰৰ আগতে একাপ চাহ খুৱালে সময়ত তেওঁ সুদে-মূলে আদায় কৰা মনোভাৱেৰেহে খুৱায়। আৰু সময়ত মনৰ বিলবিলাক তেওঁ পৰিশোধ কৰাটো বিচাৰিছিল।

ওচৰ-চুবুৰীয়াই কয়, মানুহ গৰাকীয়ে কাৰেন্ট খৰচৰ ভয়ত ঘৰৰ পৰা



গধূলি নোলায়, ওলাই গ'লেই জানোচা কোনোবাই অনাহকতে লাইটবোৰ জ্বলাব। ওচৰৰ মানুহে সেই কাৰণেই গধূলিৰপৰা মাজে মাজে ট্ৰেজাৰী ৰখীয়া পুলিছে যেনেকৈ মাজে মাজে কয়—'হুকুমদাৰ' (হু কামছ হিয়েৰ), ঠিক তেনেকৈ কমলাৰ মাত এইদৰে শুনে, 'লাইটবোৰ নুমা' 'অ'ই লাইটবোৰ যে চাৰিওফালে জ্বলাই দেৱালী পাতিছ কাৰ বিয়া পাতিছ?' ইত্যাদি।

অৱশ্যে তেওঁ এনেদৰে বাক্যবাণ বেছিকৈ প্ৰয়োগ কৰে ঘৰত কাম কৰা ল'ৰা নোমলৰ ওপৰত।

তুখীয়া মানুহৰ ল'ৰা নোমলক মাকে উপায় নাপাইহে কমলাৰ লগত থৈছে। প্ৰথমে গাঁৱৰপৰা নোমলক আনোতে কমলাৰ সন্দেহ হৈছিল, চোৰ বুলি। সেয়ে ঘৰৰ ভিতৰত শুবলৈ নিদি পাছফালৰ খোলা বাৰান্দাত কেইৰাতিমানৰাখি পৰীক্ষা কৰিলে চোৰ হয়নে নহয়।

বাৰবছৰীয়া, মাকৰ বুকুত সদায়ে শোৱা নোমল সেয়ে চাৰিওফালে লাইট নুমুৱাৰ পাছত দেখিলে বুঢ়ী আইতাৰ সাধুত থকা দৈত্যটোক।

ভয়তে সি কান্দি-কাটি কমলাইঁতৰ দুৱাৰত আহি ৰওঁতে কমলাই কৈছিল, "নিশ্চয় ই ডকাইতৰ এজেন্ট হ'ব। এনেকৈ বুদ্ধি কৰি দুৱাৰ খোলাই তাৰ ডকাইতৰ হতুৱাই ঘৰৰ বস্তুবোৰ নিয়াব।"

তাৰ পাছত দুৱাৰ আৰু কমলাই খোলে ক'ত?

নোমলৰ বিননি শুনি ওচৰ-চুবুৰীয়াই ভাবিলে, ল'ৰাটোৱে চাগে' দুষ্টামি কৰাত কমলাই ধমকি দিছে। পাছদিনা কমলাই প্ৰকৃত কথাটো লুকুৱাই ক'লেও তেনেকৈয়ে, "বৰ দুষ্ট ল'ৰা বুজিছেনে? দিছিলোঁ এপালি।"

পিছে নোমলৰ গাৰ সাজে ওচৰ-চুবুৰীয়াৰ দৃষ্টিৰপৰা তেওঁ বেছি কথা লুকুৱাব নোৱাৰিলে।

বিশেষকৈ নোমলৰ গাৰ সাজপাৰ দেখি মানুহৰ চাৰ্কাছৰ ক্লাউন বুলিহে ভাবিবৰ মন যায়।

ঘৰুৱা ভৃত্যৰ কাৰণে বেলেগে সাজপাৰত কমলাৰ টকা খৰচ কৰাৰ সত নাই।

সেয়ে তেওঁ এটা বুদ্ধি উলিয়ালে।

কেতিয়াবা কাপোৰ কাটিলে বহুত সৰু সৰু কটা টুকুৰা ৰৈ যায়, কমলাই সেইবোৰ সযত্নে থৈ দিছিল।

এনেকুৱা সাতৰঙী কাপোৰবোৰ গোটাই বিহুৰ বাবে প্ৰথমযোৰ সাজ তেওঁ নোমলক চিলাই দি ক'লে, "জধে-মধ্যে কাপোৰবোৰ পিন্ধি নাফালিবি। এটা বীল সূতাত থাকে পঁচিছ গজ মানহে সূতা, তোৰ চোলা চিলাওঁতে মোৰ চাৰিটা বীল সূতা শেষ হ'বৰ হ'ল।"

এনেকৈয়ে নোমলৰ দিন পাৰ হৈছিল যদিও, ঠাণ্ডা দিন পৰাত কমলাৰ আকৌ গৰম চোলা লৈ চিন্তা হ'ল। আজিকালিৰ দিনত অতি কম দামী চুৱেটাৰ এটা দিবলৈকে পোন্ধৰ-বিছ টকাৰ কমে নহয়।

এবাৰ ভাবিলে, হ'ব গৰম কাপোৰ নোহোৱাকৈয়ে। ঘৰতনো কি গৰম কাপোৰ সোপা পিন্ধিছিল? কিন্তু সেইবাৰ ঠাণ্ডাজাকে যেন কমলাৰ খং তুলি বং চাবলৈহে আহিল।

সকলোৱে কয়, বৰ ঠাণ্ডা!

ইয়াৰ পাছত এদিন নোমল ঠাণ্ডাত প্ৰায় লেতু-সেত হৈ পৰিল। কমলাই দেখিলে, নিদিলে আৰু নহ'ব। গতিকে নিজৰ ল'ৰা-ছোৱালীয়ে পিন্ধি এৰা পুৰণা চুৱেটাৰ কেইটা চাই দেখিলে, চুৱেটোৰ কেইটা ভালেই আছে; কেতিয়াবা খুলি পুনৰ নিজৰ ল'ৰা-ছোৱালী কেইটাকে আকৌ গুঠি দিব পাৰিব। ইয়াতকৈ পুৰণা উল ক'তো নাইনে?

তাৰ পাছত ওচৰ-চুবুৰীয়া দুই-এক মহিলাক কৈ থলে তেনে পেলনীয়া চুৱেটাৰ থাকিলে কমলাক দিয়ে যাতে।

আৰু নোমলৰ হতুৱায়ো তেওঁ সুদে-মূলে কাম আদায় কৰিলে। আজিকালিৰ দিনত এটা মানুহে এনেয়ে বহি বহি খাব, ধেমালি! তাতে তাক ৰাখিছে ঘৰুৱা কামত সহায় কৰি দিবলৈহে।

এদিন কমলাই ভাবিলে, তেওঁ ইমানকৈ কাম কৰি থকা ঠিক হোৱা নাই। কাম কৰি কৰি বেমাৰ পৰিবলৈ কিমান দিন, বেমাৰ পৰিলে



আকৌ টকা এগাল ধোঁৱা হৈ উৰি যাওক, সেইটো হ'বলৈ দিব পাৰি নে?

এই ভাবি এতিয়া কমলাই আগতে কৰা দুই-এখন ঘৰুৱা কামবনো কৰিবলৈ এৰি দিলে আৰু নোমলক মিলিটাৰীৰ হুকুমেৰে তদাৰক কৰিবলৈ ধৰিলে।

নহ'লে নোমলৰ পিঠিত ওঁকিল পৰিছিল।

ভয়ত নোমলে সকলো কৰিছিল যদিও, কমলাৰ দিনে দিনে বাঢ়ি চৰ্বিযুক্ত গাটোৱেহে লেঠা লগালে। আৰু-তাক সুধি গম পালে বোলে ৰাতি একো নাখালেই ভাল হ'ব। গতিকে ৰাতিৰ সাজ খোৱা-বোৱা এৰাত অলপ ক্ষুণ্ণ হ'ল যদিও, আনন্দ পালে তাতকৈ বেছি। আৰু লাভোতো কম নহয়।

এটাই নাখালে বহুত পইচা বাচি যায়।

কথাটোনো কি বেয়া?

কিন্তু ইয়াৰ পাছত এদিন কমলাই গাখীৰৰ ছচ্‌পেনটো বাহিৰত থৈ আহোঁতে ক'ৰবাৰ বোন্দা এটা আহি গাখীৰত মুখ দিলে। গাখীৰৰ বিৰহতে প্ৰথমে তেওঁ নোমলৰ পিঠিত দুটামান কিল শোধাই, থাকি যোৱা গাখীৰখিনিলৈ বেদনাসিক্ত দৃষ্টিৰে 'ইস-আস'কৈ হুমুনিয়াহ কাঢ়ি নোমলৰ সাত পুৰুষ উদ্ধাৰ কৰি কৰি দুদিনলৈ বেয়া হোৱা গাখীৰ-খিনিলৈ চাই চাই থৈ দিলে।

ভিজা মেকুৰীৰ দৰে চেপেটা লগা নোমলে বুজিলে মাকে সাধুত কোৱা স্বয়ং কুবেৰৰ এয়া দ্বিতীয় ৰূপ। ইয়াৰপৰা সোনকালে নগ'লে তাৰ নহ'ব।

আৰু—এটা দিন সি যাবলৈ ঠিক কৰিছিলো; কিন্তু এনেতে কমলাৰ গিৰিয়েকৰ ফালৰ এগৰাকী মানুহ আহি তাৰ যোৱাত বাধা স্বৰূপ হৈ পৰিল। মৰমিয়াল, উদাৰমনা গাঁৱৰ অশিক্ষিতা, সম্বন্ধত কমলাৰ ববজাক গৰাকী আহি নোমলক নিজৰ ল'ৰাৰ দৰে মৰম কৰি খা-খবৰ ল'লে, তেতিয়াও নোমলে দেখিলে ঘৰৰ গৃহিণীৰ

চিৰদিনে মানুহ আহিলে যি বেমাৰ হয়, সেই বেমাৰ ঘপকৰে সেইদিনাও হ'ল।

এই বেমাৰ হয় মূৰৰ বিষ, নহ'লে জ্বৰ।

নিদিলে নহয় যেন দেখিলেহে তেওঁ কাচিং এবাটি খালী চাহ দি জাকক কেঁকাই কেঁকাই কয়, "এনেয়ে আপোনাক আজি ৰাখি ভালকৈ খুৱাবৰ ইচ্ছা আছিল, কিন্তু ৰাখোঁ কেনেকৈ? যিহে অসুখ—নথকাই ভাল।"

কমলাই জানে, এনে কথাৰ পাছত আৰু কোনো মানুহৰ থাকিবৰ সাহস নাই।

গতিকে তেওঁলোক নাহেই।

নোমল যাম বুলি ভাবি—সকলো ঠিক কৰিছিল মাত্ৰ, এনেতে দেখিলে, সম্মুখৰ প্ৰকাণ্ড লোহাৰ জপনাখন খুলি সোমাই আহিছে আলহী।

দৃশ্যটো কমলাৰো চকুত পৰাত লবালৰিকৈ তেওঁ এটা বুদ্ধি কৰিলে। নোমলক লৰালৰিকৈ শিকাই দিলে, এইবুলি ক'বলৈ—আইদেউহঁত ফুৰিবলৈ গৈছে, আহোঁতে দেৰী হ'ব। এই বুলি কৈ, কমলাই ল'ৰা ছোৱালী কেইটা লৈ গুদাম হিচাপে ব্যৱহাৰ কৰা সৰু কোঠাটোত এনেকৈ চেপেটা লাগি ৰ'ল যে বাহিৰৰপৰা অনুমান হয় যেন সঁচায়ে মানুহ নায়েই।

বাহিৰত আলহীয়ে নোমলৰ স'তে কিবা কথা-বতৰা হৈছিল, আৰু নোমলেও কওঁ-নকওঁকৈ কমলাই শিকাই দিয়া কথাৰ ৰেকৰ্ডখন বজাই আছিল, এনেতে নোমল আৰু আলহীৰ কাণত হঠাতে আহি পৰিছিল সৰু ল'ৰা-ছোৱালীৰ হাঁহিৰ টুকুৰা। কমলাৰ সৰু ল'ৰা দুটাই মাকৰ সতে গুদাম ঘৰত সোমাই অচিন আৰু অবাক আনন্দৰে হাঁহি দিছিল।

হাঁহি দেখি কমলাৰ খঙে চুলি ছুলে। ইমান কষ্টৰে কৰা আয়োজনখিনি পানীৰ মিঠৈ হৈ উটি গ'ল।

মুহূৰ্ততে সকলো পাহৰি খঙত তেওঁ ল'ৰাটোৰ পিঠিত বৰ জোৰেৰে



থাপৰ মাৰি নিজেকে লুকুৱাব নোৱাৰি প্ৰকাশ কৰি দি ক'লে, "ইমান কাজিয়া ইহঁতৰ! গুদাম কোঠাত লৱণুচোৰ নাটক খেলোঁতেই কি কাজিয়া!"

এনেকৈ নক'লে যে কমলাৰ মানুহৰ আগত নাক উলিউৱা টান!

তাৰ পাছত এইমাত্ৰ যেন মানুহখিনি দেখিলে ঠিক তেতিয়া তেনেকৈ অভিনয় কৰি ক'লে, "অ, এয়া দেখোন বাইদেউহঁত! আহক, আহক। ইস্—নোমলে মোক কোৱাও নাই। মই আকৌ ফুৰিবলৈ যাম বুলি এবাৰ তাক কৈছিলোঁ। কাৰণেই সি চাগে' মই যোৱা বুলি ভাবিছিল—"

নোমলৰ আলহীখিনিৰ কাৰণে বৰ বেয়া লাগিল, সেইদিনালৈ সি যোৱাটো স্থগিত ৰাখিলে।

আলহীয়ে পিছে ক'লে, "আমি যাওঁহে, বহুত দিন কোন খবৰ নেপাই চাবলৈ আহিলোঁ।"

কিন্তু কমলাৰ ল'ৰা-ছোৱালী কেইটাৰ চকুত খন্তেকৰ অতিথি হৈ অহা বৰমাকক থাকিবলৈ জোৰ কৰিছিল অলপ আৰু আগতে মাকৰ কোব খাই কান্দি থকা ভাইটিয়ে বৰমাকে কৰি অনা পিঠাৰ টোপোলাটোলৈ চাই কৈছিল, "আমাৰ বৰমা ভাল, আমাৰ মাই মিছা ক'বলৈ শিকাই দিছিল।"

"ছিঃ ছিঃ নেপাই ক'ব—" লাজতে কমলাই মূৰ দাঙিব নোৱাৰিলে। ভাবিলে, ভাইটিক ডাবি-ধমকি দি লাভ নাই, ক'ত কি কৈ দিয়ে ঠিক নাই। ভাইটিয়ে তেতিয়া চকুত পানী লৈয়ো হাঁহি হাঁহি মনৰ আনন্দেৰে পিঠা চোবাইছিল, কাৰণ, বিহুত ওচৰৰ আনবোৰ যেতিয়া পিঠা কৰে সিহঁতও মাকক কুটুৰি থাকে পিঠা কৰিবলৈ, কিন্তু কমলাই নকৰে কৰিলে বিহুত মানুহ আহিলে পিঠা দিব লাগিব।

বিহুত মানুহক কয়, গাটো বৰ অসুখ, কৰিব নোৱাৰিলোঁ। বিহুৰ পিছত অৱশ্যে কেতিয়াবা কৰে, ল'ৰা-ছোৱালীৰ কাৰণে।

তেতিয়া আৰু বিহুৰ চেনেহ বা শ্ৰদ্ধা যাচিবলৈ কোনো মানুহ অহাৰ ভয় নাথাকে।

কমলাই ভাবিছিল, মানুহখিনিনো ক'ত যাব? যাওঁ-নেযাওঁকৈ তেওঁ পাকঘৰলৈ যাব খুজিছিল, এনেতে ৰবমাকে ক'লে, "আমি যাওঁৱেই। দেৰী হ'ব লাগিলে মটৰ নেপাম।"

কমলাৰ ক'বৰ মন গৈছিল, আজি থাকক।

কিন্তু চিৰদিনে কৰি অহা অভ্যাসৰ কাৰণেই হয়তো তেওঁ যেন ওঁঠ দুটা লৰাব নোৱাৰিলে।

বোবাৰ দৰে তেওঁ সবলা জাকৰ চকুলৈ একেথৰে চাই থাকিল।



## কাঠফুলা

"বৰখনৰ অৱস্থা ভাল হ'লে কোনোবাই জানো চাকৰি এটা বিচাৰি এনেদৰে হাবাথুৰি খায়, তাতে সি মোৰ বৰ আপোন, নিজা পুত্ৰৰ দৰে—"

পৱিত্ৰই কথাখিনি বাহিৰৰ বেঞ্চত বহি বহিয়েই শুনিলে। আৰু ভাবিলে—এই ধনেশ্বৰ চহৰীয়া মানুহজন সঁচায়ে ভাল। কেনেকৈ তাৰ চাকৰি এটাৰ কাৰণে খাটিছে। অথচ আজি এবছৰেও সি খাটি-লুটি চাকৰি এটা পোৱা নাই। সি বহুত দৰ্খাস্ত দিছে আৰু প্ৰত্যেকখন দৰ্খাস্ত দিয়াৰ পাছতে খবৰ কৰিবলৈ আহোঁতে অফিছৰ কোনোবা নহয় কোনোবা এজনে এইদৰে কয়: 'দৰ্খাস্ত আৰু এখন দি যোৱা, কামটো নোহোৱাৰ কোনো কাৰণ নাই, তাতে তুমি আগতে এবছৰ চাকৰি কৰিছা; প্ৰয়োজনীয় অৰ্হতাও আছে, নেপাবা কিয়?' কথাতে কোনেও হতাশ নকৰে। তাৰ পাছত ঘণ্টাত দহখনকৈ তামোল চোবোৱা, যাৰ অনুগ্ৰহত গোটেই অফিছৰ ফাইল সোঁহাত-বাঁওহাত হয়—সেই আদবয়সীয়া, হেডক্লাৰ্কে ওচৰলৈ মাতি কয়: "কাম হ'ব, ভয় কিহৰ? এটা কথা নহয়, যোৱাবাৰ তোমাৰ নামটোৰ কথা মই বৰকৈ কৈছিলোঁ, কিন্তু কি জানা? তোমালোকে অফিছৰ গুৰি ক'ত নেজানা। গুৰি থাকোঁতে গছৰ আগত পানী দিলে কি হ'ব? অফিছৰ চাহাবে চকু মুদি কাগজত চহীহে কৰে, আচল কাম কোনে কৰে জানা?—" সেই বুলি চূণ অকণ পাণ এডোখৰত লগাই মুখত ভৰাই কয়, "এই অধম বৰবাবুৱে। হ'ব হ'ব, হ'ব দিয়া। তুমি ক'ত থাকা বুলি কৈছিলা? অ' মনত পৰিছে—পচবীয়া। হেৰা, তোমালোকৰ ফালে বোলে মাছ-কণী বৰ পায়—।"

এইবাৰ পৱিত্ৰই কথাটো বুজিলে। নুবুজিব কিয়? পূৰা এবছৰ এইবোৰৰ সৈতে খেলা-ধূলা চলিছে। বছৰত আঠবাৰ পৱিত্ৰই

এইবোৰৰ যোগান ধৰিছে। কোনোবা দিনা বৰচাহাব কৈছে, "ভাল এড়ী চাদৰ এখনকে তোমাৰ মৰমৰ চিন স্বৰূপে থৈ যাবা, তেতিয়াহে বুজিম তোমাৰ জহা চাউলৰ গোন্ধ কিমান ?"

জহা চাউলৰ প্ৰকাণ্ড বস্তাটো দাঙি আনোতে এনেয়ে পৱিত্ৰৰ গাৰ ঘাম ওলাইছিল, এড়ী চাদৰৰ নাম শুনি সি সেই ঘামৰ পানীত যেন কঁপিবলৈ ধৰিলে। সি দিয়ে ক'ৰপৰা—দিব পৰা হ'লে জানো এনেদৰে দুৰ্নীতিৰ আশ্ৰয় ল'ব লগা হয়। সি হ'বলৈ বিচাৰিছে শিক্ষক, সৰু সৰু ল'ৰা-ছোৱালীক গঢ়ি দিব ভৱিষ্যতৰ সু-নাগৰিক হিচাপে,—যাৰ ওপৰত নিৰ্ভৰ কৰিছে দেশখনৰ ভৱিষ্যত।

কিন্তু শিক্ষাৰ প্ৰথম খোজতেই সি পালে এক বিহগুটিৰ সন্তেদ। প্ৰথমে সি মূৰে-কপালে হাত দি ভাবিলে, হৰি, হৰি এইখন দেশৰ আৰু ভৱিষ্যত বোলানো কি থাকিব পাৰে? মন্ত্ৰীৰপৰা পিয়নলৈ একেই জাতৰ। যিসকলে সম্মুখত 'নালাগে নালাগে' বুলি সোঁহাতেৰে ঘূৰাই পঠাব খোজে, তেওঁলোকেই বাঁওহাতেৰে পিছফালেদি আলফুলে হাত পাতি লয়।

এইবোৰ পৱিত্ৰৰ নগৰলৈ চাকৰি বিচাৰি অহাৰ প্ৰথম অভিজ্ঞতা আছিল। এতিয়া সকলোবোৰ সহ্য হোৱা হৈছে, সি বুজিছে, সৎ হৈ থাকিলে সি চাকৰি নাপায়; চাকৰি নেপালে তাৰ ঘৰ নচলে,—গতিকে সি নিজে নাখাই দিনে পাৰ-কুকুৰা আনি খুৱায়। আৰু এইবোৰৰ ভাগ অকল চাহাবকেই দিলে নহয়, গোট মাছটো যদি বৰচাহাবক দিবলৈ আনে, কণীৰ টোমটো যায় বৰবাবুৰ ঘৰলৈ। কাৰণ ধনেশ্বৰে এই অফিছত চাকৰি কৰিলে কুৰি বছৰ।

ধনেশ্বৰেই তাক একপ্ৰকাৰ চাকৰিটো দিম বুলি ক'লত সি অলপ নিশ্চিন্ত হ'ল। অকল দিয়াই নহয়, ঘৰত নি ৰাখিলেগৈ, বোলে ইমান কষ্ট কৰিনো হোটেলত উৰহৰ কামোৰ আৰু মছলাৰ জোল খাই পেটৰ বেমাৰ বঢ়াব লাগিছে কিয়? যি কেইটা দিন ইয়াত থাকা, ইয়াতে শুদায়ে-নিকায়ে খাই কষ্ট কৰি থাকা আৰু —।

পৱিত্ৰই দেখিলে ধনেশ্বৰৰ কথাৰ দৰে শুদা ভাত নহয়, পৱিত্ৰই



ভাবিছিল ধনেশ্বৰৰ নগৰত খেতি-বাতি নাই, কোনোমতে চলে চাগে'। পিচে পৱিত্ৰই প্ৰথম দিনাই পালে জহা চাউলৰ ভাত, কুকুৰাৰ মঙহৰ আঞ্জা, কণীৰ দম আৰু বহুতো। ৰাতি শুবলৈ পালে কোমল বিছনা। আঠুৱাখন তৰি দিলে ধনেশ্বৰৰ নগৰত ডাঙৰ হোৱা জীয়ৰী মেনকাই। যাৰ গাৰ কাপোৰত কমেও দুই ডজন পিন থকা বুলি সন্দেহ হয়, —যি কথাই কথাই চিত্ৰতাৰকাৰ কথা কয়। সেই মেনকাই হালি-জালি সিফালৰ কোঠাত ৰাতি দহ বজাত ফুল ভলিউমত বাজি থকা ট্ৰেনজিষ্টৰৰ 'বিবিধ ভাৰতী'ৰ তালে তালে আঠুৱাখন বান্ধি দিয়াৰ লগে লগে ক'লে, "আপোনাৰ প্ৰিয় ফিল্মষ্টাৰ কোন? মোৰ ছিম্মি আৰু লিজ।"

পৱিত্ৰই উত্তৰ দিয়াৰ আগতেই ধনেশ্বৰ চহৰীয়াৰ জীয়েক মেনকাই উত্তৰ আৰু প্ৰশ্ন একেটা উশাহতে দিলে। পৱিত্ৰই কি ক'ব ভাবি নেপাই ক'লে, "আঠুৱাখন বাৰু ময়েই বান্ধি লম—।"

ওহোঁ পৱিত্ৰৰ কথা শুনে কোনে? বুৰ্বকৰ দৰে সি আঠুৱাৰ তলত পৰি থাকিবলৈ চেষ্টা কৰিলে। আৰু ভাবিলে লেম্পটোৰ পোহৰ ইমান কম কিয়? ইস, আঠুৱাখন সি নিজেই খুচি ল'ব পাৰে দেখোন, "চাওঁ দিয়ক ময়েই পা-ৰি-ম…"

লগে লগেই পৱিত্ৰৰ গাটো সিৰসিৰাই উঠিল, ইমান ঠাণ্ডা হাতখন তাৰ হাতখনত নেদেখাকৈ লাগিল চাগে'। ছোৱালীজনীয়ে নিশ্চয় তাৰ দৰে সিৰসিৰণি অনুভৱ কৰা নাই। নকৰিলেই হয়। আৰু কালিলৈ পুৱাই ইয়াৰপৰা পলাব লাগিব।

ৰাতিপুৱা শুই উঠি পৱিত্ৰ যাবলৈ ওলোৱাত ধনেশ্বৰ চহৰীয়া বৰ আচৰিত হৈ ক'লে, "হোঁ, অসমীয়া মানুহৰ সেই কাৰণেহে একো নহয়। নিজৰ পোৰ দৰে দুখ অনুভৱ কৰি ঘৰত ৰাখি মই তলে তলে চেষ্টা কৰাত বৰ চাহাবে আজি তোমাক যেনেতেনে এবাৰ দেখা কৰিবলৈ কৈছিল আৰু তুমি ওলালা যাবলৈ—"

পৱিত্ৰ আৰু যায় কেনেকৈ। ধনেশ্বৰ চহৰীয়াৰ কথাই ৰখাই দিলে।

কিন্তু অফিছলৈ যাব খোজোতে চহৰীয়াই ক'লে, "তুমি এতিয়া যাব

নালাগে, চাহাব আহিলেই মই মাতি পঠাম। মিছাতে ব'দখনত কিয় মৰিব লাগিছে—অ' আই মেনকা, বোপাক ছুপৰীয়া সেই বজাৰৰ কিনা বসবোৰযে, কিবা ইস্কচ নে চছকছ, তাৰো এটোপা দিবি। ঘৰত সুখত থকা —"

চহৰীয়াৰ কথাবোৰ শুনি পৱিত্ৰই বৰ ভাল নাপালেও থাকিল। ছুপৰীয়া ভাত উঠি বাগৰ এটা মাৰিব বুলি আয়োজন কৰোঁতেও মেনকা আহি লগ ল'লে কড়ি খেলিবলৈ। খেলিবলৈ বোলে তাইৰ লগ নাই। অনিচ্ছাসত্ত্বেও পৱিত্ৰ খেলাত বহিল। খেল আৰম্ভ হ'ল। মাকে ভিতৰত বোধহয় কিবা কৰি আছিল। এবাৰ পৱিত্ৰৰ নাকত ঘ্ৰাণ লাগিলহি নাৰিকল ভজাৰ। তাৰ পাছত ভাল ঘিউৰ।

যিকোনো মানুহে বুজিব চহৰীয়াৰ পাকঘৰত আজি গহীন কিবা এটাৰ আয়োজন চলিছে। নহ'লে ধনেশ্বৰ চহৰীয়াৰ ঘৈণীয়েক এই সময়ত পাকঘৰত থকা মানুহ নহয়। হাজাৰ হওক চহৰত আছে, চহৰৰ আদব-কায়দা অলপ তেওঁ বৰ যত্নেৰে শিকি গাঁৱলৈ গ'লে লগৰ ভূঁই-বোৱা তিৰোতাৰ আগত বোকাত ছেণ্ডেল চোঁচোৰা। এইদৰে কয়ঃ "চহৰত ফিট-ফাট হৈ নাথাকিলে নহয় অ'। তাত টকাইহে সকলো। টকা থকা কিহত প্ৰমাণ কৰিব লাগিব জান, সাজ-পোছাকত"। সেই মাকৰ জীয়েকেই আছিল মেনকা—।

এটা কড়িৰ বুকুলৈ আনটো কড়ি মাৰিবলৈ সাজু হৈ পৱিত্ৰই মেনকাক ক'লেঃ "মায়েৰাক সহায় কৰি নিদিয়া ?"

পৱিত্ৰৰ কথা শুনি মেনকাই খিলখিলাই হাঁহি ক'লে, "মই 'চৰ' জানো। মায়ে এতিয়া মোক আপোনাৰে স'তে কথা পাতিবলৈ কৈছে।"

"বাৰু, মেনকা তুমি স্কুললৈ নোযোৱা কিয় ?"

স্কুলৰ কথা ওলোৱাত মেনকাই বৰ ভাল নাপালে। ক্লাছ ছিক্সতে তিনিবাৰ ফেল মৰা মেনকাই কড়িকিটা পৱিত্ৰৰ হাতত দি ক'লে, "ভালকৈ খেলকনা পৱিত্ৰদা।"

পৱিত্ৰই নিজেও নাজানে এঘণ্টাৰ ভিতৰতে সি কেনেকৈ এজনী



অচিনাকি ছোৱালীৰ ককায়েক হৈ যাব পাৰে! তথাপিও মেনকাৰ দৰে এজনী যৌৱন-উতলা গাভৰুৰ কথা পেলাব নোৱাৰি কড়ি কেইটা মাটিত মাৰি দিয়াৰ লগে লগে মেনকাই যোল্ল ফুলিছে বুলি কৈ পৱিত্ৰৰ হাতত এনেকুৱা এটা চিকুট মাৰি দিলে যে, খন্তেকতে পৱিত্ৰৰ কাণ ত্বখন গৰম হৈ উঠিল। আৰু গৰম হৈ উঠিল জহকালি ছুপৰীয়া ঘৰৰ ভিতৰত বহি থকা এটা ডেকাৰ শাসনাতীত বয়স। পাহৰি গ'ল তাৰ সৰল মনৰ পৱিত্ৰতা।

এমাহৰ পাছত মেনকাই এদিন তাৰ ত্ববাহুত সোমাই ক'লে সোনকালেই বোলে সিহঁতৰ বিয়া হ'ব। কেৱল বিয়াই নহয়, হ'ব নগৰতে এটা চাকৰি।

ইতিমধ্যে পৱিত্ৰয়ো জানিছিল যে, চাকৰি পাওক-নেপাওক সি এতিয়া মেনকাক বিয়া কৰাবলৈ বাধ্য—প্ৰথম প্ৰস্তাৱটো শুনি সি আচৰিত নহ'ল, কিন্তু অলপ যেন আচৰিত হ'ল হ'ব লগা চাকৰিটোৰ কাৰণেহে।

এটা মাহত সি নগৰতে থাকি এদিনো চাকৰি বিচাৰি অফিছলৈ যোৱা নাই। ওলালেই ধনেশ্বৰ চহৰীয়াই কয়, "যি কৰিব লাগে আজি মই কৰিম। তুমি কালিলৈ যাবা।"

কিন্তু সেই কালি আৰু হোৱা নাই।

পৱিত্ৰই এইবাৰ চিন্তা কৰিলে নগৰত থাকি সি টিকিব কেনেকৈ ? এনেয়ে প্ৰাইমেৰী স্কুলৰ শিক্ষক, তাতে ভাড়া ঘৰত থাকিব লাগিব চহৰত। গাৱঁত তেও ছমাহ খাবলৈ হয়। চাকৰি বিচাৰি আহি অফিছত শুনাৰ দৰে আজিৰ বহুত শিক্ষকৰে খেতিৰ কথা ভুল।

বৰবাবুৱে এদিন কৈছিলঃ "তোমালোককনো ডি. এ. কিয় হে ? ঘৰৰ ভাত খোৱা, পথাৰৰ মাছ খোৱা। পুৰা হালৈ যোৱা। চিন্তা কিহৰ ?"

দূৰৰ পৰ্বত ধুনীয়া দেখি এই কথা চিৰদিনেই সত্য, কিন্তু সেই পৰ্বতৰ ওচৰ চাপি চালে যে বিচিত্ৰ ধৰণৰ কাঁইট, ত্বৰ্গম পথ থাকে, সেই কথাটো দূৰৰ দৃশ্য-শোভাই নজনায়।

পৰিত্ৰই সেয়ে আপত্তি কৰিছিল। কিন্তু আপত্তি নৰজিল। ধনেশ্বৰ চহৰীয়াই ক'লে, "এতিয়াও তুমি মোৰ লগত আছা, গাছতো থাকিবা আৰু তোমাৰ বেলেগ বিদ্যাও আছে যেতিয়া—টকা ঘটিবৰ চিন্তা কিহৰ ?"

চপনীয়া হৈ থাকিবৰ পৰিত্ৰৰ ইচ্ছা নাছিল ; কিন্তু থাকিবলৈ বাধ্য হৈছিল। মেনকাৰ মাকে পৰিত্ৰৰ ডিঙিত ছোৱালীজনী আঁৰি দিয়াৰ দিনাই কৈছিল, "মোৰ আয়ে একো নাজানে। তুমি তাইক কষ্ট নিদিবা।"

কষ্ট দিব লগা হোৱা নাছিল পৰিত্ৰৰ। কাৰণ ইতিমধ্যে মানুহে তাৰ বিষয়ে ক'ব লগা হ'লে 'পৰিত্ৰ চপনীয়া' বুলিহে কোৱা হৈছিল। ছিভিল মেৰেজ কৰি ছমাহ শহুৰৰ ঘৰতে থাকি এই নাম পোৱাৰ পাছত এদিন মেনকাই কান্দি কান্দি ক'লে, "মায়ে তোমাক 'মহাৰাজ' বুলি গালি পাৰিহে কয় যেতিয়া, তুমিনো বেলেগে ঘৰ এটা ঠিক নকৰা কিয় ?"

আন এদিন ছল বুজি ধনেশ্বৰ চহৰীয়াই পৰিত্ৰক ক'লে, "আন নহ'লেও তোমাৰ ঘৰতে শিকি লোৱা ডাক্তৰী বিদ্যা এটাও আছে—বিদ্যা যেতিয়া কামত লগাবলৈকে—"

ধনেশ্বৰ, চহৰীয়াৰ মতে, বিদ্যাই যদি ধনকে আৰ্জিব নোৱাৰে, তেন্তে সেই বিদ্যা কিহৰ কাৰণে ?

ইমান দিনৰ মূৰত পৰিত্ৰৰ এটা বিদ্যালৈ মনত পৰিল, 'ডাক যোগে ঘৰতে বহি ডাক্তৰ হওক' বোলা অনুষ্ঠান এটাৰ লগত এবাৰ সি যোগাযোগ কৰি পাইছিল এখন হোমিওপেথিক কিতাপ। কিতাপ চাই দুই-এপালি ঔষধ সি দিছিল। কিন্তু সম্পূৰ্ণ বিদ্যা নজনাৰ বাবে সেই বিদ্যালৈ ভয় কৰি তাৰ ঔষধ দিবলৈ সাহস নাছিল। এদিন এই বিদ্যাৰ কথা সি মেনকাৰ আগত জাহিৰ কৰিছিল।

মেনকাৰ এটা স্বভাৱ আছিল, তাই স্কুললৈ যাওঁতে লগ পোৱা আৰু দেখা বিভিন্ন ছোৱালীৰ খবৰ ৰাখিছিল। তাই পৰিত্ৰক জানিছিল গাঁৱৰ হোজা ল'ৰা বুলি, আৰু সেই কাৰণেই নিজকে পৰম



চতুৰ—আৰু 'নগৰত থাকি বহুত জানো তোমাতকৈ' এই ভাৱতে ওফন্দি আছিল।

চল পালেই তাই বুজাব খোজে যে, তাই পৰিত্ৰতকৈ ভাল দৰা পালেহেঁতেন আৰু তাইৰ লগৰ ছোৱালী বহুতেই ডাক্তৰ, ইঞ্জিনীয়াৰ, হাকিম দৰা পোৱাৰ খবৰ দিয়ে।

সুবিধা পালেই পৰিত্ৰই যাবলৈ সংকোচ কৰা সিহঁততকৈ উচ্চ আৰু ধনী মানুহৰ ঘৰলৈ যোৱাৰ কথা মেনকাই কয়। পৰিত্ৰই এইবোৰ এৰাই ফুৰে।

আৰু পৰিত্ৰই জানে মেনকাই তাক কৰে অৱহেলা।

এজন সাধাৰণ মাষ্টৰক স্বামী বুলি পৰিচয় দিবলৈ তাই কৰে সংকোচ

তাইৰ মতে ডাক্তৰ, ইঞ্জিনীয়াৰ, হাকিমকে ধৰি টেক্স বিভাগ আৰু অন্যান্য বিভাগত থাকি যাৰ বাহিৰা পইচা পোৱাৰ সুবিধা থাকে আৰু যি সেয়া গ্ৰহণ কৰে তেওঁলোকহে বোলে আজিকালিৰ মানুহ !

সময়ৰ মামৰে উচ্চাভিলাষী মেনকাকো ছুই যোৱাত পৰিত্ৰৰ কোনো আপত্তি নাছিল, কিন্তু বিয়াৰ ছমাহৰ পাচতে যেতিয়া শহুৰেকৰ মনৰ অভিসন্ধিৰ খবৰো পালে, পৰিত্ৰ মৰ্মাহত হ'ল।

শহুৰেকে কোৱা বিদ্যাক কামত লগাব লাগে বোলা কথাষাৰ অকল যে টকা আৰ্জি খাবলৈ দিয়াৰেই ইংগিত। কিন্তু তাৰ এই বিদ্যাৰে দিয়া ঔষধ কিনি খাই মৰিবই বা কোন ?

তথাপিও পৰিত্ৰই এদিন এই বিদ্যাৰেই মৰসাহ কৰি আৰম্ভ কৰিলে ব্যৱসায়। চহৰৰ এটা চুকত এটা কোঠা ভাৰা লৈ এখন ছাইনব'ৰ্ড দিবলৈ খুজিলে, কিন্তু ঘৰটো একেবাৰে পিছফালে। ছাইনবৰ্ড' দিলে কোনেও নেদেখিব।

ইফালে তাৰ অভাৱ বাঢ়ি গৈছে। দৰ্মহাৰ টকা কেইটা বাকী মাৰিবলৈকে নাটে। তদুপৰি মেনকাই কেতিয়াবা খঙতে গিৰিয়েকক 'টোকোনা' 'কাপুৰুষ' আদি আখ্যাৰে আজিকালি সম্ভাষণ জনাবলৈ আৰম্ভ কৰা হৈছে।

সিহঁতৰ প্ৰেমৰ চোক দুটা বছৰতে শেষ হ'ল। ধাৰ নোহোৱা

মানুহে খোৱা কটাৰীৰে ঘপিয়াই থকাৰ দৰে মেনকায়ে মাত্র পৱিত্ৰৰ সৈতে কৰা সংসাৰত ঘপিয়াই থাকিল।

ফলত দুয়ো ইফালে নহ'ল, সিফালেও নহ'ল, থেতেলা খোৱা এই অবিচ্ছেদ্য বন্ধনত পৰি মেনকাই মনৰ মেগনিফায়িং গ্লাছেৰে স্পষ্ট দেখিলে—তাই স্কুলত লগ পোৱা আৰু সমাজতে দেখা, আৰ্থিক আৰু সম্মানেৰে উপচি পৰা সমদলটোক।

চহৰৰ এমূৰত থকা কোঠা দুটাই এতিয়া তাইৰ সম্মান বহুতখিনি গিলি খোৱা যেন লাগিল। বিয়াৰ সময়ত লোৱা কাপোৰবোৰ পুৰণা ডিজাইনত পৰিণত হ'ল। এতিয়া এইবোৰ কাপোৰ পিন্ধিলে মানুহে ৰেকৰ্ড বুলি নেহাঁহিব জানো ?"

এদিন ছেগ চাই মেনকাই পৱিত্ৰৰ আগত ক'লে, "এনেকৈ থকাতকৈ দেখোন বেপাৰকে কৰিব পাৰি—"

"কি বেপাৰ ?"

পৱিত্ৰই প্ৰশ্ন কৰাত মেনকাৰ মনত উত্তৰবোৰে দলদোপ হেন্দোলদোপ হৈ উঠিল।

কোনটো উত্তৰ আগতে দিব ?

খাদ্যত ভেজাল দিয়াটো নে ভাৰভেটী পোৱা কিবা চাকৰি ?

নে দালালী ?

আজিকালিতো এইবোৰ ব্যৱসায়ীৰ পইচা নহৈ কোনো সৎ মহাপুৰুষৰ হৈছে বুলি মূৰ্খয়ো নকয়।

মেনকাৰ মনত বহুত উত্তৰে একেলগে মেৰাথন দৌৰ দিব খোজাত উত্তৰটো দিওঁতে কিছু পলম হোৱাত পৱিত্ৰই ক'লে, "ব্যৱসায় এটা কৰিব পাৰি, আৰু একপ্ৰকাৰ আৰম্ভও কৰিছোঁ বুলি ক'ব পাৰি, কিন্তু ব্যৱসায় এটা আৰম্ভ কৰা বুলি আগতে প্ৰচাৰ লাগে। প্ৰচাৰৰ ব্যৱস্থাও মই কৰিছোঁ,—" এই বুলি কৈ পৱিত্ৰই ফটা কাগজ এসোপাৰ মাজৰপৰা 'ষ্টেথিচস্কোপ' এডাল উলিয়াই মেনকাৰ ফালে চাই ক'লে, "আজিকালি এইডাল মই ডিঙিত মেৰিয়াই বাহিৰলৈ যাওঁ।



এইডালৰে যে মই ৰোগীৰ ৰোগ চাব জানো এনে নহয়—এইডাল ডিঙিত লওঁ অন্য এটা কাৰণত। মানুহৰ আগত অহংকাৰ কৰাটো যেনেকৈ নতুন ধনীৰ চিন, এইডাল লোৱা মানে তেনেকৈ ডাক্তৰৰ চিন। মই এইডাল ডিঙিত মেৰিয়াই গ'লে, প্ৰথমে মানুহে সুধিব,—সেইজননো কোন ডাক্তৰ ? তাৰ পাছত এনেদৰেই প্ৰচাৰ হ'ব মোৰ ব্যৱসায়, ব্যৱসায়েই আনি দিব হাতলৈ ধন—"

মেনকাই শুনি বৰ ভাল নাপালে। ভাবিলে,—'ক'ব বুলি ভাবিছিলোঁ, মই অমুকৰ অমুক ব্যৱসায়ত অংশীদাৰ হৈছোঁ,'—নাই, হৈছে আৰু এই ডালৰ !

কেইদিন মানৰ পাছত মেনকাৰ পৱিত্ৰৰ এই ব্যৱসায়ৰ ওপৰত আৰু ধিক্কাৰ লাগিল,—যেতিয়া এদিন তাইৰ ঘৰৰ ওচৰৰ মহৰীৰ ঘৈণীয়েক হাজৰিকানী জেঠায়ে ফিচিঙা-ফিচিং কৰা দেখিলে। মেনকাৰ মনৰ জুইক লৈ যেনিবা কোনোবাই হোমযজ্ঞহে পাতিলে।

গধূলি সস্তীয়া শাক কিছুমান লৈ ঘৰ সোমোৱাৰ লগে লগে পৱিত্ৰৰ ওপৰত মেনকাই অগ্নিবাণ মাৰি মাৰি এইদৰে ক'লে : "সন্মান বোলা বস্তু এটা মোৰ আছে। মোৰ বোপায়েও ব্যৱসায় কৰে, কিন্তু এনে নাক কটা ব্যৱসায় নহয়।"

পৱিত্ৰই কব খুজিছিল, কি ব্যৱসায় ?

লোকক ঠগাই, খুজি আৰু আশা দি দি কৰা টকাৰ সন্মানীয় ব্যৱসায় ?

বৰ মানুহৰ জীয়েকৰ যদি সন্মানেই যায়, ওলাই নাযায় কিয় ?

কিন্তু পৱিত্ৰই নক'লে।

ক'লে ওচৰ-চুবুৰীয়া কেইঘৰে কাণত ঠিলা ল'ব লাগিব।

আৰু অৰ্ধ-শিক্ষিত বাপেকৰ অৰ্ধ-শিক্ষিতা জীয়েকৰ গাতেই বা দোষ ক'ত ? ঘৰৰ সন্মুখেদি দিন-ৰাতি দেখিছে, আয়কৰ বিভাগৰ ছুপাৰ মি. হাজৰিকাৰ ঘৰলৈকে যোৱা নিতা-নতুন বাহাৰ ;—গড়-কাপ্টানি বিভাগত কাম কৰা হেড এচিষ্টেণ্ট কমল পাচনিৰ জীয়েক মীৰা পাচনি আৰু নীৰা পাচনিৰ গাত নতুন নতুন কপোৰ ;—একালত

টিপচহীবে কাম চলোৱা এতিয়াৰ বিখ্যাত ব্যৱসায়ী জনাৰ্দন চৌধুৰীৰ জীয়েক লাভ্‌লি চৌধুৰীয়ে তাইৰ কাৰণে বাপেকে বিলাত ফেৰৎ ডাক্তৰ দবা যোগাৰ কৰা। এইবোৰ যদি দিনটো চকুৰ আগত দেখি থাকে মেনকাৰ দৰে এজনী ছোৱালীৰ মনৰ বিকৃতি নঘটি ঘটিব কাৰ

পৱিত্ৰৰ ?

পৱিত্ৰৰ নঘটে, কাৰণ সি জন্ম আৰু ডাঙৰ হোৱা গাঁওখনত শতকৰা নব্বৈ-নিৰানব্বৈজনবে খাবলৈ নাই। সিহঁতে জীৱনৰ অৰ্থ মানে বুজে মাত্ৰ জীয়াই থকা,—কোনোমতে জীয়াই থকা।

বৰ দোমোজাত পৰিল পৱিত্ৰ।

মেনকাৰ এই ৰোগৰ চিকিৎসা কৰাহে হ'ল তাৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য।

তাৰ পাছত এদিন পৱিত্ৰই ষ্টেথিচ্‌কোপ খুলি থৈ মেনকাক চিকিৎসা কৰিব বুলি প্ৰস্তাৱ দিলে,—সিহঁত কেইদিনমানৰ কাৰণে গাঁৱলৈ গ'লে কেনে হয়।

গাঁৱৰ নাম শুনি মেনকাই কোনো এক চিত্ৰতাৰকাৰ দৰে জাঁপমাৰি ভয় খোৱা যেন খাই ক'লে, "নাই বোপাই নোৱাৰি। আচলতে আমাৰ মেনকা আইদেউৰ গাঁৱত থকাৰ অভ্যাস নোহোৱা হৈ গ'লতো! কৰে কি ?"

পৱিত্ৰই জীয়েকক নহয়, শহুৰেকক ভয় দেখুৱাই ক'লে "জীয়েক নাযায় যদি তেৱেঁই মেনকাক আজীৱনে পোহ-পাল দিয়ক।"

কথা গহীন যেন দেখি শহুৰ মান্তি হৈ জীয়েকক গাঁৱলৈ পঠাই দিয়াৰ পাছত মেনকাই পৱিত্ৰক বুজাব খুজিলে, এইদৰে তাই চিৰা-সান্দহ, কোমল চাউল খাব নোৱাৰে, খালে গাটো বোলে বেয়া লাগে, বিস্কুটহে খায়।

পৱিত্ৰৰ মনত পৰিল, দেহসজ্জা লৈ সততে ব্যস্ত থকা মেনকাৰ জলপান কৰিবলৈ সময় নাই! সেয়ে ওচৰৰ দোকানৰপৰা বিস্কুট নহ'লে নচলে।



তথাপিও পৱিত্ৰই যাবলৈ জোৰ কৰাত মেনকাই বুজালে, পৱিত্ৰ নহ'লেও তাইৰ চলি যাব।

অৱশেষত স্বামী-স্ত্ৰীৰ মাজত থকা-খুন্দা এখন হৈ যোৱাৰ পাছতো মেনকা নগ'ল যেতিয়া, পৱিত্ৰ অকলেই ঘৰলৈ আহিল।

মটৰৰপৰা নামি ঘৰলৈ বুলি খোজ লওঁতে পৱিত্ৰৰ চকুত পৰিল, আলিৰ দুয়োফালে হালিজালি থকা আহিন মাহৰ ধাননি দৰালৈ। মনটো ফৰকাল লাগি গ'ল। মূৰৰ ওপৰলৈ চাই দেখিলে, ওপৰত কেৱল এখন বহল নীলা আকাশ।

সন্ধ্যাৰ লগে লগে ঘৰ পাওঁতে জুহালৰ কাষত বহুৱাই মাকে গুৰিসান্দহ এবাটি কেটলিৰপৰা নাৰিকলৰ কোৰোকা লগোৱা হেতাখনেৰে পানী অলপ দি কলে: "বোৱাৰীক নানিলি হ'বলা। আহিব বুলিয়েই এইখিনি জলপান কৰি থৈছিলোঁ, বাৰু···যাওঁতে অলপ লৈ যাবি তাইলৈকো।"

পৱিত্ৰৰ মনটো তিতা লাগি গ'ল।

ক'বৰ মন গ'ল: 'আই, খাবলৈ নেপালেও তোৰ নগৰীয়া বোৱাৰীৰ আপত্তি নাই, যদিহে নগৰতে থাকিবলৈ পায়।"

লৰালৰিকৈ চাহ-জলপানখিনি খাই চোতালৰ ওচৰতে মূঢ়া এটা পাৰি বহোঁতে পৱিত্ৰৰ নাকত লাগিল, গছত আধাফুলা শেৱালি ফুলৰ মিঠা গোন্ধ! ইমান মিঠা গোন্ধ! লগে লগেই নগৰত সততে পাই থকা গেলা নলাৰ গোন্ধ মনত পৰাত পৱিত্ৰৰ বৰ ঘিণ লাগি গ'ল।

নাকত লাগি থকা শেৱালিৰ মিঠা গোন্ধৰ স্বাদ লৈ পৱিত্ৰই মূৰটো দাঙি ওপৰলৈ আকৌ এবাৰ চাওঁতে দেখিলে, আকাশৰ আৰু এক অদ্ভুত, অপূৰ্ব ৰূপৰ শোভা। যেন গাঢ় নীল কাপোৰ এখনৰ ওপৰত এসোপা চুম্‌কি লগাই থোৱা আছেই।

পৱিত্ৰই দেখিলে গতানুগিতক জীৱনৰ কৰ্কশতাৰ মাজত থাকি কতদিনৰ এই শোভা দেখা নাছিল, যদিও চিৰ-সুন্দৰে আঁকি দিয়া

এই অনন্য শোভাৰ তিলমানো কম-বেছি হোৱা নাই। মানুহতকৈ ভগৱান বহুত বেছি ডাঙৰ বৈজ্ঞানিক—এই মহাগজত সৃষ্টি কৰোঁতাজন। অথচ চিৰদিনে একেই আছে এই ৰূপ।

হঠাৎ পৱিত্ৰৰ নগৰৰ জ্ঞানী বুলি পৰিচয় দিয়া মানুহখিনিৰ প্ৰতি বৰ ঘিণ লাগি গ'ল। আৰু সি অনুভৱ কৰিলে, তাৰ স্ত্ৰীক ঘৃণনীয় কৰি তোলাত এইদল মানুহৰ অৱদান বৰ বেছি। সি ঠিক কৰিলে, পাছদিনাই গৈ সি মেনকাক লৈ আহিব।

পাছদিনা কাহিলি কাহিলি পুৱাতে সি সাৰ পাই চহৰলৈ যাবলৈ সাজু হ'ল। চকু দুটা মেলি দেখিলে পূবৰ আকাশত ফাকুগুৰিৰ দৰে বেলি আধা আন্ধাৰ আধা পোহৰত দেখিলে শেৱালিৰ পাতে যেন সৰি পৰিব খোজে। ফুলবোৰক চুমা খাইছে। দুটামান সৰি পৰা ফুল সি জেপত ভৰাই মটৰ ধৰিবলৈ বুলি খোজ পেলালে।

নগৰৰ ভাৰা ঘৰ পাই দেখিলে, এক অবিশ্বাস্য চিত্ৰ, তাৰ অনুপ স্থিতিত তাৰ ঘৰত বহি আছে তাৰ ওপৰৱালা বুঢ়া বিষয়া—আৰু মেনকাই হাঁহি হাঁহি তেওঁৰ গাত বাগৰি পৰিব খুজিছে।

পৱিত্ৰ অটল হৈ থিয় দি ৰ'ল।

সি ভাবিলে, সি এতিয়া ক'লৈ যাব? কোন পিনেৰে যাব?

অহা বাটেৰে নে সোমোৱা বাটেৰে?

একো ঠিক কৰিব নোৱাৰি সি থিয় হৈ থকা ঠাইতে বহি পৰিল।



# এখন হৃদয় লাগে

যেন এডাল নুৰা বান্ধি থকা সাপহে।

আকৌ এবাৰ জেপটো খেপিয়াই চালোঁ—ঠিকেই আছে।

আজি মোৰ মনটো বেলেগ আনন্দৰে ভৰি পৰিছে, যেন এইমাত্ৰ নেপোলিয়নৰ দৰে বিশ্ব জয় কৰিবলৈ জয়ৰ পতাকা উৰুৱাই আহিছোঁ অৱশেষত মই মোক জয় কৰিলোঁগৈ। আজি মোৰ মহা আনন্দ কৰাৰ দিন। বিভুহঁত এতিয়াও অহা নাই যেতিয়া, ঘৰলৈ গৈ মোৰ এই আনন্দৰ খবৰটো জনক-জননীক দি আহিলে কেনে হ'ব। ইমান দিনেতো তেওঁলোকে মোক এটা অপদাৰ্থ বুলি ভাবিয়েই আছিল, এতিয়া জানিব তেওঁলোকৰ এই সন্তানটিয়েই তুকঠা খাব জানিব, পৰৰ দুখত চকুৰ পানী টুকি নতুবা মহাপুৰুষ হৈ কন্দা মানুহ নহৈ, তুকঠা খাব জনা ভাল মানুহ হ'ল!

কি যে ভাগ্যৰ বলত আজি বিভুহঁততকৈ আগতে আহি সেই পেটুৱা চুনীলাল মহাজনৰ হাতত পৰিলোঁ, এতিয়াহে বুজিছোঁ। চুনীলাল মহাজনৰ সতে হঠাৎ দেখাই মোক ভাল মানুহ কৰি দিলে।

প্ৰথমে চুনীলালে মোক ভালকৈ নেদেখি কুকুৰ-মেকুৰী দেখাৰ দৰেই গছকি যাব খুজিছিল। মোক চিনি পাই ওচৰ চাপি আহি ক'লে: "প্ৰবালবাবু, আপুনি মিছাতে এইবোৰত লাগি ফুৰিছে। (তাৰ উপদেশৰ পাতনিখন শুনিয়েই বৰ ভয় লাগিল, বিনা পয়চাৰ উপদেশতো! দেখিছোঁ মূলধন খটাব নলগা উপদেশ দানত দেশৰ সকলো চোৰাং কাৰবাৰীও একো একোটা মহাপুৰুষ হৈ গ'ল) আপোনালোকৰ ওপৰত আমাৰ বহুত আশা। দেশৰ ৰত্ন....."

ঠেকা পাই পাই মই শিকিছিলোঁ কাৰ ওচৰত কেনে ব্যৱহাৰ কৰিব লাগে। সেয়ে ব্যৱসায়ী চুনীলালৰ কথাক যেন কথা বুলি

ভৰাই নাই তেনে ভংগীৰে চুৰট হুঁপি হুঁপি এবাৰ যথেষ্ট কষ্ট কৰি ডিঙিলৈ কৰ্কশতা আনি সুধিলোঁ : "কি হল পাছে ?" এনেকৈ কলোঁ, যেন মোৰ কৰ্কশতাৰ কাৰণে সি আৰু ভয় খাই গৈ দুগুণে লেউ-সেউ হৈ পৰিব পাৰে। আৰু হ'লো সেয়ে। ব্যৱসায়ীৰ ধৰ্মেৰে সি মোলায়ম সুৰেৰে কৈ থাকিল : "ইমান ভাল ল'ৰাটো কি হ'বলৈ ওলাইছা। ইস্ ইস্—তোমাৰ দেউতাবাই মোক তোমাৰ কথা কৈ কিমান আশা কৰিছিল, তোমাৰ দেউতাবাৰ সতে বন্ধুত্ব সেই সৰু কালৰে, বুজিছা। বৰ ভাল মানুহ তেওঁ।"

গোকাট মিছা কথা। মোৰ দেউতা হ'ল সেইবিধ মানুহ 'পঢ়ায় পঢ়ে ৰোৱে পাণ'। তেওঁ মাষ্টৰ মানুহ। দিনটোৰ কাৰ্য্যসূচী পঢ়োৱা। জীৱনৰ উদ্দেশ্য দেশৰ সকলো ধুৰন্ধৰকে পঢ়াই জ্ঞানী কৰা। জ্ঞানৰ দাতাকৰ্ণ হৈ হৈ জুকলা হোৱা মানুহ। (হ'বই। ভেজাল জ্ঞান বেচা নাছিলতো। নহ'লে আমাৰ দেশত উন্নতি ক'ত !)

চুনীলালৰ সকলো কথা শুনি সুধিলোঁ : "কিবা কৈছ-ফেছ—"

"নাই, নাই, সেইবোৰ একো নাই। এই আৰু আপোনাক বৰ ভাল লাগে কাৰণেহে। ব'লকছোন মোৰ ঘৰলৈ সোমাহে।" এই বুলি তেওঁ তেওঁৰ ঘৰলৈ আঙুলি টোঁৱালে।

চুনীলাল মহাজনৰ ঘৰত বহিও মোৰ বৰ হাঁহি উঠিল। অথচ এইটো মানুহে আগতে খেলৰ সাহায্যাৰ্থে আহিলে মুখ বিকটাই দি কয় : "কি হ'ব খেলত চান্দা দিলে"। তাৰ পাছতহে 'গোমোস্তাৰ' হতুৱাই এটা টকা দিয়াব। খঙটো চুনীলালহঁতৰ ওপৰত তেতিয়াই উঠা। টকা ঘটিছ ঘট, আমাৰ লগত মিলাপ্ৰীতিৰেও থাকচোন। তাকে নকৰি চোৰাং কাৰবাৰ কৰি লাখ লাখ টকা তই ঘটিছ আমাৰপৰাই আৰু খেললৈ বুলি অলপ সহায় বিচাৰিলে সেইখন কৰিবি !

অৱশ্যে চুনীলালে এটকাতকৈ বেছি সাহায্য নিদিলেও আমাৰ খেল পূৰ্ণ উদ্যমেৰে চলি আহিছে, চলি থাকিব। তাৰ পাছতে হ'ল, সেইবোৰ কাণ্ড। এবাৰ আমি উপলব্ধি কৰিলোঁ যে দেশত আইন-কানুন হাতে-



কামে নহয়গৈ যেতিয়া, আইনৰ বিচাৰ কৰাৰ ব্যৱস্থাটো আমিয়েই দেখুৱাই নিদিওঁ কিয় ? সেয়ে এদিন ছাত্ৰনেতা হৈ দোকান আৰু চোৰাং বেপাৰীক ধৰি দিব লগা হৈছিল চৰকাৰক। তাতেই ধৰা পৰিছিল চুনীলাল। সেয়ে এতিয়া সি মোক হাত কৰি নিমখ খুৱাব খুজিছে। তাৰ ড্ৰইং ৰুমত, (ৰেডিঅ'গ্ৰামটোৰ ওপৰত এটা সৰু বস্তা তুলি থোৱা আছে। অতি দামী কাৰ্পেটখনৰ ওপৰত কাগজৰ টুকুৰৰে ভৰা। মাৰ্বল পাথৰৰ মেজৰ ওপৰৰ ফুলদানীত ৰং উৰি যোৱা ৰঙীন কাগজৰ ধূলিভৰা ফুলৰ স্তৱক) ডানলপিল' চকীত বহী চুনীলালে মোৰ ফালে চাই ক'লে : "কিমান লাগে কওক। আপুনি বাধা দিলে ছাত্ৰবোৰে আৰু জুলুম নকৰে।"

গুৰটো তাৰ কথা শুনি জ্বলি উঠিল। চালাই এতিয়া মোক হাত কৰিব খুজিছে ঘোচ দি। তাক খুলি কলোঁ যে বিশ্ববিদ্যালয়ত পঢ়িবলৈ গৈ—'তহঁত'ৰ বিচাৰ আমিয়েই কৰিবলগা হোৱাত ঘৰত কিমান গালি খাইছোঁ, সেইবোৰ টেপ ৰেকৰ্ড কৰি তহঁতক শুনোৱা হ'লে, মোক গালি দিয়া জনক-জননীক তহঁতে হাজাৰটকীয়া নোটৰ মালা পিন্ধাই ভাৰত-ৰত্ন বা তেনে জাতীয় উপাধিৰে ভূষিত কৰাৰ দালালি চলালিহেঁতেন। ভাগ্য ভাল, মোৰ জননীৰ সেই কণ্ঠস্বৰ বান্ধনি ঘৰৰ দেৱাল পাৰ হ'ব পৰা নাই কাৰণেই আজি এই আদৰ। তেতিয়া তেৰাৰ সেই অষ্টম ৰাগিণীত এইদৰে শুনিলোঁহেঁতেন : ওঃ, আমাৰ এওঁ পঢ়া-শুনা বাদ দি ৰাজনীতি কৰে ! দেশ সংস্কাৰকজনলৈ চোৱা ! তোৰ এইবোৰত লাগিবৰ কি দৰ্কাৰ ?

মনত আছে সেই সময়ত মই পাকঘৰত চাহ খাবলৈ আহি নুশুনা ভাও ধৰি নাকে-কাণে চাহ-জলপান গুজি লাইব্ৰেৰীলৈ যাওঁ বুলি ফাঁকি দি ওলাই আহিছিলোঁ এই ঠাইলৈ। ইয়াত মানে, এই দোকানখনলৈ, বিভুহঁত সদায় আহে। বিভু তো আহিবই। সি বেকাৰ। বি. এ. পাছ কৰি ক'তো 'কেৰাণী কাম এটা নোপোৱা বেকাৰ। সি আকৌ কেতিয়াবা কয়, 'বৰ পঢ়িবৰ মন আছিল অ', পাছে নিবুটোকে ভায়েকলৈ ইঞ্জিনিয়াৰিঙত দি বোঁৱা-কোঁৱা দেখিছোঁ। চাকৰি এটা ময়ে পোৱা

হ'লে'! গতিকে আমি আটাইবোৰ ইয়াত আন্তৰ্জাতিক ৰাজনীতি আৰু সমাজনীতি আলোচনা কৰি মূৰ ঘমোৱা এয়া ৰাষ্ট্ৰসংঘ আৰু ইয়াতেই এদিন বিভুৱে প্ৰথম কৈছিল ঃ "এবাৰমান আমিয়েই বাৰু এই চোবাং বেপাৰীক খানাতালাচ কৰি চৰকাৰৰ চকুত ধৰা পেলাই নাচাওঁ কিয়? সেইমতেই আমি কামো কৰিলোঁ। দুদিনমান দহে আমাক 'ভাল ভাল' 'এইকেইটা একোটুকুৰা বাখৰ' আদি মন্তব্যৰে বিভূষিত কৰাৰ পাছত আমাৰো বুকু ফুলি উঠিল আৰু মনলৈ আহিল, জগতৰপৰা যেন সকলো অন্যায় দূৰ কৰি দিম। খঙো উঠিল, ভাবিলোঁ চালাইঁতক উলিয়াই মাৰিব পৰা হ'লে।

কিন্তু ঘৰৰ গালিৰ গুলিয়ে আমাক আটাইকেইটাকে থকা-সৰকা কৰিলে। চকু মুদি সহি থাকিলোঁ। দেখিলোঁ আমাৰ দৰে অপদাৰ্থ কেইটাৰ ওজন খন্তেকতে বাঢ়ি গৈছে, বিৰোধী অ-বিৰোধী সকলো ৰাজনীতিৰ দলে আমাক উপদেশ দিবলৈ বিচাৰিছিল। আমাৰ স্পষ্ট কথা ঃ আজিকালি মুখেৰে ভাল কথা কোনে নকয়? উপদেশ কোনে নিদিয়ে? আমাক মৌ-পিছল মুখৰ অথচ খহটা হৃদয়ৰ মানুহ নেলাগে, লাগে এখন হৃদয় যি সাগৰৰ দৰে গভীৰ, আকাশৰ দৰে উদাৰ আৰু সিংহৰ দৰে কঠোৰ। তেনে এখন হৃদয়হে লাগে, আৰু তেনে হৃদয়ৰ মানুহৰ অভাৱ কাৰণেই আমি অপদাৰ্থকেইটা হঠাৎ 'একোটুকুৰা বাখৰত পৰিণত' হ'ব লগা হ'ল (তেওঁলোকৰ ভাষাত)!

বেছ উৎসাহেৰে দুদিনমান নেতা হৈ গ'লোঁ। কিন্তু মোৰ জনক-জননী! পৃথিৱীলৈ তেওঁলোকে মোক নমাই আনিছিল কাৰণেই যেন মোৰ ওপৰত সমস্ত অধিকাৰ তেওঁলোকৰ আছে। যেন মই এতিয়াও এটা শিশুহে (অৱশ্যে মোৰ জননীয়ে সকলো জননীৰ দৰে মোকো বৰ সৰু ভাবে আৰু কয়)। কিন্তু মোৰ খং উঠে। মইতো এতিয়া সৰু হৈ থকা নাই। মনত তোমালোকৰ সন্দেহ আছে যদি জন্ম-কুণ্ডলীখন আকৌ এবাৰলৈ মেলি চাব পাৰা। কিন্তু নেচায়। কেৱল গালিয়েই হেনো ভৱিষ্যতলৈ ভাল চাকৰি (যোচ



আৰু সন্মান পোৱা) নেপাম! কি বেয়া মোৰ জনক-জননী (চাকৰি নোপোৱা যেন দেখিলে কোনোবা মন্ত্ৰী বা এম. এল. এ.-ৰ বিপক্ষে নিৰ্বাচনত প্ৰতিযোগিতা কৰো বুলি ক'লেইতো জোঁৱাই আদৰা দি মাতি নি ভাল চাকৰি দিব। নহ'লে নিজৰ যোগ্যতা! মাৰক গুলি যোগ্যতাক)? ককাইদেৱেনো এম.এ.-টো পাছ কৰি কি বৰ কামটো কৰিছেহে। 'ভাল ল'ৰা' হৈ (জিভাৰ ফেশ্যন) ছাত্ৰ-ছাত্ৰীৰপৰা সন্মানৰ ডিগ্ৰীটো পাই যেনিবা ঘৰৰ অভাৱৰ ডিগ্ৰীটো কমাব নোৱাৰিলে, ইমানেই।

মইতো বেয়া ল'ৰা। কাৰণ অন্যায়বোৰ দেখিলে সহি নেথাকোঁ আৰু চুনীলালহঁতক জেৰা কৰাৰ প্ৰতিশ্ৰুতিৰে পুতনা বধ ভাওনাৰ ভাৰবীয়াৰ দৰে সেনাপতিৰ ভাওটো ললোঁ। আৰু সেইবোৰত লাগি ফুৰোঁতে তিনিটা কামিজৰ ভিতৰত দুটা বেয়াকৈ ফাটিল। হওক, ফাটক, আৰু এটাতো আছে। ভয় কিহৰ? খুব বেছি সেই হতশ্ৰীহতী (ভগৱানে কুশলে ৰাখক) মৃদুলা বোলাজনীয়ে কিবা এটা ক'ব, কওক, তাই এদিন লেনিয়াই কৈছিল ঃ "প্ৰবালদা, আপুনি যে আৰু ই-ম্-মা-ন জধলা। অলপ চাফ-চিকুণ হ'বচোন। নহ'লে মোৰ......"

চুলিত ধৰি তাইক কৈ দিবৰ মন গৈছিল, নহ'লে আৰু' তোৰ কি? তই মানুহটোক আচলতে ভাল পাৱনে সাজ-পোছাকক! ভাবিছিলি হ'বলা ইউনিভাৰ্ছিটিৰ ছাত্ৰ হ'লোঁ যেতিয়া টেৰী উলৰ চুটৰ লগত জদিয়াক টাই মাৰি ৰাতিপুৱাৰ ইংৰাজী ছিনেমা চাই গধূলি তই ফেমিনা-জনীৰ স'তে ফুৰিম। নে মোক নেপালে তই আকৌ শপত খাই ক'বি— "প্ৰবালদা, বিশ্বাস কৰক আপোনাক নেপালে মই আত্মহত্যা কৰিম।" ক'বি হয়তো "আপোনাক পালে কচুগছত ফাঁচি লাগি মৰিম" (ক'ব পাৰ। উপযুক্ত বাপেৰৰ উপযুক্ত জীয়েৰ তই। তোৰ দেউতাৰক দেখিছোঁ ফুলনিত ফুলৰ ঘ্ৰাণ লৈ লৈ, হাতত খবৰ কাগজ লৈ, চৰকাৰৰ খাদ্য-নীতিক গালি পৰা) ক'ব পাৰ, তহঁতে মুখেৰে সকলো ক'ব আৰু কৰিব পাৰ। পাৰ কাৰণেই চাহ খেতিয়কৰ চৌখিন সাজ পিন্ধা ল'ৰা

সই বাতুল নে ফাটুল বোলাটোৰ স'তে তোৰ ইমান হলি-গলি। তোৰ চেনিৰ দৰে প্ৰেম মোৰ প্ৰয়োজন নাই মৃদুলা। পুতৌৰ ভিখাৰী তোৰ এই প্ৰবালদা এতিয়াও হোৱা নাই।

বৰ সুন্দৰকৈ একেটা কামিজৰেই চলি গৈছিল, ভবাও নাছিলোঁ একো। কিন্তু মোৰ জননীয়ে ভাবিলে হ'বলা, ল'ৰাটোৱে অৱশেষত সন্ন্যাসী-তন্ন্যাসী হৈ ঘৰ এৰি বুদ্ধদেৱ নহয়গৈতো! আইৰ সৰল চিন্তাৰ গম পাই ভাবিলোঁ, বৰ্তমানে এজন বুদ্ধদেৱ বা মহাত্মা থকা হ'লেতো আমি বাঁচি গলোঁহেঁতেন। তাকে নকৈ ক'লোঁ ভাৰতৰ বেছিসংখ্যক মানুহৰে এখনৰ বাহিৰে ইখন কাপোৰ সলাবলৈকে নাই, তই আকৌ মোৰটোহে ডাঙৰ দেখিলি!

তথাপিও নিজৰ আই। সাঁচতীয়া টাকৰে পাছদিনা এটা চোলা আনি দিওঁতে দেউতাই ক'লে: "নিদিবা তাক; পঢ়াশুনা নকৰি জহন্নামেতো গ'লেই, টকা-পইচা এটাও ঘটাৰ খবৰ নাই।" আই-দেউতাৰ ইয়াৰ পাছৰ কুৰুক্ষেত্ৰৰপৰা মই পলালোঁ।...

...চুনীলাল মহাজনে মাতি নি কিজানি ঘোচ দিওঁতে প্ৰথমে মই ভাবিলোঁ নলওঁ, ল'ম কিয়? কিন্তু মুহূৰ্ততে দেখিলোঁ, মোৰ অৱহেলাৰ কথা। মৃদুলা, জনক-জননী আৰু সমাজৰ লাঞ্ছনাৰ কথা। ভাবিলে মই কেতিয়াও নিজকে তিল তিলকৈ কষ্ট দি বুদ্ধ বা গান্ধীৰ দৰে ত্যাগী হ'ব নোৱাৰোঁ, সেই সাহস মোৰ থাকিলেও, কোনোবাই কোনোবাই মোক হ'বলৈ নিদিয়ে; নতুবা আফ্ৰিকাৰ হাবিত সত্য-সন্ধানী ড. এলবাৰ্ট চোৱেৎজাৰৰ আদৰ্শই মানুহৰ চকুত দেৱতা হৈ নাচিলেও, মোক এতিয়া কোনোবাই কৈছে, কাৰোবাৰ ওপৰত মই প্ৰতিশোধ লওঁ কিয়? আচলতে মোৰ মনৰ আঁৰত লুকাই থকা জন্মগত মানুহটো আৰু সমাজ আৰু নতুন প্ৰভাৱত নতুনকৈ গঠন হোৱা মানুহটোৰ দুটাৰ মাজত টনা-আঁজোৰা চলিবলৈ ধৰিলে। ভাবিলোঁ মোৰ দৰে এনেকুৱা মনৰ দ্বন্দ্ব আন কাৰোবাৰ হয়নে, নে কেৱল মোৰেই হয়। উত্তৰো মই পাই গলোঁ, সদায় চকুৰে দেখা সমাজখনে যেন ক'লে: নহয়, কেৱল তোমাৰেই হৈছে। আচলতে তই এটা বুৰ্বক। ভিতৰি সকলো



লাগে বুলি ক'ত দেখিলি? বুৰ্বক ক'ৰবাৰ। ৰমেনৰতো মূৰ গৰমেই হৈ গৈছে। সি হেনো এটা এটাকৈ দেশৰ নেতাক ধৰি লাইট প'ষ্টত ওলোমাই থব।

তাৰ কথা শুনি মোৰ হাঁহি উঠিল, নেহাঁহিলোঁ। আজিৰপৰা মই নিজকে নতুন চূণকামেৰে সজাইছোঁ আৰু নিজকে নিজে বাৰে বাৰে উপদেশ দি কৈছোঁ: আনৰ কাৰণে মুখেৰে সহানুভূতি দেখুৱাবলৈ নাপাহৰিবা। কিন্তু সাৱধান! সেইবুলি নিজকে তাত অৰ্পণ নকৰিবা, আৰু দিলেই তুমি এইখন জগতৰপৰা ঘোচ খাবা।

আচলতে মোৰ মনৰ মাজত সেই আগৰ মানুহটোৱে সাৰ পাই উঠিছিল আৰু বাৰে বাৰে মই হাতেৰে এডাল সাপক ছোৱাৰ দৰে জেপৰ টকাখিনি ছুই শিঁয়ৰি উঠিছিলোঁ। দোষ কৰা মানুহে যিদৰে হাজাৰ সাৱধনতা লোৱা সত্বেও নিজে নজনাকৈ ক'ৰবাত নহয় ক'ৰবাত নিজৰ দোষৰ চিন এৰি থৈ অৱশেষত নিজেই ধৰা পৰি যায়, ঠিক সেইদৰেই মোৰ দোষী মনটো ছটফটাই উঠিল এই নতুন ভুৱা মুখ খুলি আগৰ দৰে হ'বলৈ। বিভুক মোৰ এই কথাটো ক'বলৈ মনটো বৰ চঞ্চল হৈ উঠিল, কিন্তু সি গভীৰ ৰাজনীতিৰ আলোচনাত ব্যস্ত। কিয় বাৰু সি মোক বুজি নাপায়? কিয় বাৰু এবাৰলৈ অকণমান আঁতৰি নাযায়। গ'লেইতো মই মনে মনে কথাটো ক'ব পাৰিম মোৰ যে ক'বৰ বৰ মন গৈছে!

টকাখিনি আকৌ এবাৰলৈ ছুই চাই ভাবিলোঁ, ইচ্ছা কৰিলে মই এতিয়া ইয়াৰে এযোৰ দামী চুট লৈ কান্ধত ট্ৰেন্‌জিষ্টৰ ওলমাই হিন্দী ছিনেমাৰ হীৰোৰ দৰে মৃদুলাৰ স'তে ঘূৰিব পাৰোঁ নতুবা এই টকা মূলধন কৰি কাৰবাৰ কৰি দিলে কোনোবা কন্যাদায়গ্ৰস্ত পিতাই আদৰৰ তনয়াক মোৰ দৰে এটা গুণৱান ল'ৰাৰ হাতত সমৰ্পণ কৰি আন দহজন কন্যাদায়গ্ৰস্ত পিতাকৰ চকুত সৰিয়হ ফুল ফুলাব পাৰে। কাৰণ আজিৰ-পৰা মই ভাল মানুহ হোৱাৰ আদিপাঠ আৰম্ভ কৰিছোঁ, নহ'লে যে মই মানুহ নামৰ অযোগ্য।

এতিয়াৰেপৰা মই ভাল মানুহ, চাকৰি কৰিবলগা হ'লে ঘোচ

গ্ৰহণ কৰি বাহিৰে ভাল মানুহ বোলাবি, তেতিয়াই তই জীয়াই থাকিবি, মানুহে তোক শলাগিব।

মুহূৰ্ততে মই থিৰাং কৰিলোঁ, মই জীয়াই থাকিব বিচাৰোঁ। জীয়াই থকাৰ নতুন প্ৰলোভনে মোক কৈছে, সময়ৰ সতে খোজ মিলাই যাবলৈ। যদি ঘোচ খাওঁ, দালালি কৰোঁ, বহুৰালি কুতিত্বৰে কৰি যাব পাৰোঁ, তেন্তে মই মৃত্যুলাৰ চকুতেই নহয়, সকলোৰে চকুত ভাল মানুহ বোলাব পাৰিম।

বেচেৰা বিভুহঁতৰ কাৰণে হাঁহি উঠিল, সিহঁতৰ চকুত চাগে টি. বি. পোকৰ দৰে, এতিয়াও জীয়াই আছে দেশ আৰু সমাজৰ প্ৰতি সৰল মমতা। ইমান দিনে মই যি ভুল কৰিছিলোঁ, সেই ভুল যাতে বিভুহঁতেও নকৰে শিকাই দিব লাগিব।

কঁপিউঠা হাতখনেৰে মই চুনীলালৰ হাতৰপৰা নোটৰ টোপোলাটো লওঁতে মই গম পাইছিলোঁ, মোৰ মনৰ আঁৰৰ মানুহটোৱে বলিশালত মূৰ সুমৱাই দি জীয়াই থকাৰ চেষ্টাত ছট্‌ফটাই উঠিছিল, আৰু মই যেন সেই মৃত্যুৰ নৰকৰপৰা পলাবলৈ চেষ্টা চলায়ো ব্যৰ্থ হৈ বলিশালতে মূৰ পাতি দিছিলোঁ।

গোটেই মানুহটো মই ঘামি উঠিছিলোঁ। নোটখিনি লৈ চোৰৰ দৰে মই যেন কোনোমতে পলাই আহি বিভুহঁতৰ আড্ডা পালোঁ। আহি দেখিলোঁ, বিভুহঁতে আগৰ দৰেই পৱিত্ৰ মন লৈ (সিহঁতক আজিহে মই পৱিত্ৰ যেন দেখিলোঁ, কিয় ক'ব নোৱাৰো) খবৰকাগজ লৈ সমালোচনা কৰিছে অসমত থকা আশীহাজাৰ পাকিস্তানীয়ে কি অন্যায় নকৰিব পাৰে ?

সিহঁতৰ আলোচনা দেখি আজি মোৰ প্ৰথমবাৰৰ বাবে বৰ হাঁহি উঠিল। ইহঁত এতিয়াও দেখিছোঁ এই সৰু ল'ৰাটোৱেই হৈ আছে, ক'বৰ মন গ'ল, এই ভাল লগা কথাবোৰ ; যেন দেশক ভালপাবা, কাকো অন্যায় নকৰিবা, মিছা কথা নক'বা ; এইবোৰ কেৱল টেক্সট বুকৰ কাৰণেহে। সৰুতে বা ছাত্ৰজীৱনত কিতাপত পাৰিয়েই বুলিতো আৰু গোটেই জীৱন জুৰি সেইবোৰ আখৰে আখৰে পালন কৰিবই



খামেই, আইনৰ নামত ফাঁকি দিমেই আৰু বৰ চাকৰিয়াল হ'লে আভিজাত্য বজাই ৰাখিবৰ কাৰণে সততে পাৰ্টি ক্লাবত যোগ দিম আৰু মোতকৈ সৰু-সুৰা মানুহ হ'লে (টকা নথকা) চিনি নোপোৱাৰ ভাও জুৰিম আৰু শহুৰ বৰমানুহ হ'লে (বৰ মানুহ হ'বই, কাৰণ তেতিয়া মই দামী দৰা) তেওঁৰ উপদেশমতে চলিম আৰু ঘৈণীক ভালৰি লগাবৰ কাৰণে মোৰ জনক-জননীৰ প্ৰতি কিছু অৱহেলা কৰাৰ ভাও ধৰিম (কাৰণ মোৰ জনক মাষ্টৰ) আৰু মোৰ আদৰৰ তনয়াৰ ৰোহ পতা মুখক সততে সন্তুষ্ট কৰিবলৈ অকণমান তিৰোতা সেকুৱা স্বামী হ'বই লাগিব দিয়কচোন (ন'হলে বেচেৰীয়ে বেয়া নহয়!) তেওঁৰপৰা আঁতৰত থকাৰ সময়খিনিও পূৰাদমে—(অশ্লীল, লিখিব নোৱাৰি) আৰু যদি মই চাকৰি নকৰি ব্যৱসায়কে কৰোঁ, তেন্তে উপনেতা হ'বলৈ বেছি সুবিধা। তেতিয়া অনিচ্ছা সত্ত্বেও সাধাৰণ মানুহৰ সতে মিলিবই লাগিব ; উপায় নাই। (ৱাইফে কিন্তু মোৰ এইবোৰ মিলা-মিছা বৰ ভাল নেপায়) অৱশ্যে শ্ৰীমতীৰ সুখ-বিলাসৰ প্ৰতি চকু নিদিয়াকৈ দেশৰ কাৰণে খটা স্বামী মই নহওঁ দিয়কচোন। আচলতে তেওঁ বুজি পাব লাগিব যে, এইবোৰো মোৰ এটা ব্যৱসায়ৰ কৌশলহে।

চঁক্ খাই উঠিলোঁ ৰমেনৰ কথাত : "চালাহঁতে দেশখন বাপেকৰ সম্পত্তি পাইছে নেকি, আমেৰিকাৰ ওচৰত আকৌ ভিক্ষা কৰিবলৈ যাব বোলে। লাজ নাই কতা," তাৰ কথা শুনি মই হাঁহি দিলোঁ। বেচেৰাৰ খং উঠিছে, উঠক, মই দেখিছোঁ সৌৱা, নতুন মনৰ ডেকা ৰমেনৰ কথাৰ লগে লগে অপমানত সিৰাবোৰ জিলিকি উঠিছে। সি ভাবিছে নিজৰ শক্তিৰে আমি নিজক জীয়াই নাৰাখোঁ কিয় ? ৰমেনে আকৌ পঢ়িলে, "ভাৰতৰ বিপক্ষে পাকিস্তানক চীনে সকলো প্ৰকাৰৰ সহায় দিব"—তাৰ পাছত আকৌ এঠাইত পঢ়িলে, "অসমৰ স্বকীয়া পৰ্বতীয়া ৰাজ্যৰ কাৰণে পাকিস্তানত হেজাৰ হেজাৰ খাচী আৰু মিজোৰ গৰিলা প্ৰশিক্ষণ আৰম্ভ ..."

থেকেচা মাৰি কাগজখন ৰমেনে থৈ দিয়াত বিভুৱে ক'লে : "সব একেদৰে' দেখিছ, সকলোৰে বাহিৰৰ সাহায্যৰ নামত নিজৰ নিজৰ

স্বাৰ্থ। জুইৰ লগত ধেমালি কৰিলে যে নিজৰেই হাত পোৰে, বুজিও যেন কোনেও বুজা নাই।”

ৰাজনীতি লৈ মূৰ গৰম কৰাৰ ইচ্ছা নাই বুলি মোৰ ভাবিবৰ মন গ'ল, কিন্তু মই ইয়াকো জানো কিয় সি সেইবোৰ লৈ—সতৰ্ক হৈ পৰিবলৈ বাধ্য হৈছে, সকলোকে লাগে শক্তিৰ ব্যৱহাৰ। সন্মান, অৰ্থ আৰু সকলো। আৰু সেইখিনিৰপৰা বঞ্চিত হ'লেই কিছুমানে কৰে ৰাজনীতি। কিন্তু বিভু ৰমেনৰ ক্ষেত্ৰত সেইটো নেখাটে। সিহঁতে আজিও প্ৰাপ্যখিনিও পোৱা নাই ; নাই কাৰণেই মনবোৰ অঙঠাৰ দৰে জ্বলি উঠে। পৃথিৱীত মোৰ আৰু বিভুৰ দৰে মানুহেই সৰহ। যি জীৱনত শান্তিক শত নিমন্ত্ৰণ কৰিও নেপাই হয় অশান্তি।

সিহঁতে ৰাজনীতিক পষ্ট'মৰ্টেম কৰিছে ; কৰক, কিন্তু এইটো ঠিক, আমাৰ গাঁৱৰ সহজ-সৰল ভদীয়া আৰু আঘোণীহঁতে যেনেকৈ নেজানে, দেশত আকাল কিয় হৈছে, ঠিক তেনেকৈয়ে চেৰাপুঞ্জিৰ গাঁৱৰ জেছপিটাৰ আৰু এলফ্ৰিদায়ো নেজানে ; আৰু নেজানে ঠিক তেনেকৈয়ে পাৰত নলমৰি গজালিত সপোনদেখা ৰহমতেও। বিভুক মোৰ ক'বৰ মন গ'ল, মিছাতে এই মকৰাজালৰ গুৰি তই বিচাৰি হয়ৰাণ হৈছ, তোৰ সৰল হৃদয়ে পৃথিৱীৰ দুখ দূৰ কৰিবৰ বাবে যি উদাৰ হৃদয় বিচাৰিছে সেয়া বৰ ভয়ংকৰ মৰীচিকা। প্ৰমিথিউছ আনবাউণ্ডৰ দৰে স্বৰ্গৰপৰা জুই চুৰকৈ আনি পৃথিৱীত উত্তাপ দিবলৈ বিচৰা তোৰ এই সৰল, মৰমিয়াল হৃদয়ৰ বাসনাক তই ফুচুলাবই লাগিব এইদৰে ; আমি সময়ৰ স'তে খোজ মিলাবই লাগিব। তোৰ ৰাতিপুৱাৰ বননিত লাগি থকা পবিত্ৰ নিয়ৰকণাৰ দৰে হৃদয়ক বুজাবই লাগিব ধূলি আৰু বোকাই সেই নিয়ৰকণাক পবিত্ৰ হৈ থাকিবলৈ নিদিয়ে।

ধেৎ, এইবোৰ আকৌ কি ভাবিছে মোৰ মনটোৱে। মইতো আজি এটা নতুন মানুহ, মোৰ মনৰ মাজত অলপ আগতে মৃত্যু হোৱা মানুহটোৰ কাৰণে চকুপানী টুকিছোঁ নেকি বাৰু? হয়, মনৰ কোনোবাখিনিত মোৰ টন্‌টনাই উঠিছে এক অবুজ বেদনাত, কিবা এক দুখত মোৰ আজি চিঞৰি চিঞৰি কান্দিবৰ মন গৈছে, কিন্তু কি



ভুল কৰিছোঁ মই। সি দেখিছোঁ মোৰ মনটো এতিয়াও সৰু ল'ৰাটি হৈয়েই আছে। ছিঃ, মানুহে জানিলে কি বুলিব ?

“এই—বৰ মনে মনে আছ দেখোন।” বিভুৰ মাতত ঘূৰি চালোঁ।

“থ থ' তোৰ সেই সোপা।”

“কি থ থ' লগাইছ অ', আনবোৰে সহি গ'ল বুলি আমিও সহি যাম বুলি তহঁতে ভাবিছে নেকি ?”

“তই নীলকণ্ঠ হৈ কি কৰিবি ?”

“নীলকণ্ঠ শিৱ। মই বিভু।”

হাঁহি নিদি উপায় নাই। সি এনেকুৱাই। কোনোবা মৰাৰ খবৰ শুনিলে সি আগেভাগে যাব। যাবতো যাবই। যাব নোখোজা ল'ৰা কেইটাক চৈধ্য পুৰুষ উদ্ধাৰি সি কয়ঃ “চালাহঁতে মৰাশ পুৰিবলৈ লাজ কৰে, কষ্ট হয় বোলে। পঢ়া-শুনা কৰা ল'ৰা বেচেৰা। ভাবে প্ৰধানমন্ত্ৰী মহিলা হ'ল ছোৱালীহঁত। মৰাশ সৎকাৰ কৰা বাবটোও তহঁতেই ল'। লাজ নালাগে কটা! নহ'লে কোনোবা দিনা সন্তান ধাৰণৰ বাবেও...”

চকুৰে ইংগিত দি বিভুৰ মুখ বন্ধ কৰিবলগীয়া হ'ল। নহ'লে কোন ক'ত থাকে ঠিক নাই। আৰু এবাৰ বিভুক লৈতো বিপদতেই পৰিছিলোঁ। একেলগে পঢ়া ছোৱালী সুৰভি অকালতে বিধবা হৈ ঘৰৰ ছোৱালী ঘৰলৈ উভতি আহোঁতে বিভুৱে কয়ঃ “সমাজে জোৰ কৰি তাইক চিৰদিন বৈধব্যৰ ভাত খুৱাওঁ বুলিলেই তাইৰ মনে খুৱাব নেকি? ময়ে তাইক বিয়া কৰাম—” কথাটো শুনি তোক এইদৰে ক'ব লগা হ'লঃ সুৰভিক বাৰু চকুৰ আগত দেখি তাইৰ দুখ দেখিব নোৱাৰি নিজেৰ সামৰি থলি কিন্তু এনেকুৱাতো দেশত অজস্ৰ আছে, সিহঁতক কি কৰিবি? শ্ৰীকৃষ্ণ হৈ ৰাসলীলা......

“ধেৎ চালা—” মুখখন সেইদিনা লাজতে তাৰ ৰঙা পৰি উঠিছিল। সুৰভিক লৈ ঘটনা সিমানতেই শেষ, তাৰনো ভাবিবৰ সময় ক'ত? এশ এবুৰি চিন্তা।

“ঐ, সুকৰ্ণ ই তেনেকৈ কিয় গান্ধীজীক ক'ব অ'? ভাবিছে

নেকি এখন দেশৰ প্ৰধানমন্ত্ৰী হোৱা আৰু মহাত্মা হোৱা একে কথা।” বুজিলোঁ, এই আড্ডা ভাঙি সহজে যোৱাৰ আশা নাই। তাৰ মনপখী সেৱাগ্ৰামত, যিজন মহামানৱ শেষ হৈ গ'লেও কোনোবাখিনিত এতিয়াও বিচাৰি পোৱা যায়, অনুমান হয়, চকুৰে নেদেখিলেও, হাতেৰে ছুব নোৱাৰিলেও সেই সমব্যথী হাতত পায়ো মানুহৰ দুখক উপলব্ধি কৰি নঙঠা ফকীৰ হৈয়ো মানুহে হত্যা কৰি পেলোৱা সেই আত্মাই বিভুৰ আত্মাৰ ক'ৰবাত স্পৰ্শ কৰিছে। কেৱল বিভু নহয়, মই ৰমেন আৰু জেছপিটাৰেও যেন কৈছে, পিতাৰ দৰে সেইখন হৃদয়কেই আমি ইমানদিনে বিচাৰি আহিছোঁ, বিচাৰিছিলোঁ। কেৱল সেই এখন হৃদয়েই যেন আমাৰ দুখত চকুৰ পানী টুকিলে।

মই আকৌ সজাগ হৈ উঠিলোঁ, কি ভাবিছোঁ বাৰু এইবোৰ। ইহঁতৰ লগত থাকিলে মোৰ মনৰ পৰিবৰ্তন হোৱাৰ আশা নাই। ইহঁতৰ লগ এৰিবই লাগিব। তেতিয়াহে যদি মই মানুহ হৈ জীয়াই থাকিব পাৰোঁ। ইহঁত কেইটাৰে সৈতে ওচৰ হলেই মই কিবাটো হৈ যাওঁ। কিন্তু কোনো এটা লগ নোহোৱাকৈ মই সময় কটাম কেনেকৈ? ইহঁতক যে মোৰ অসম্ভৱ ভাল লাগে। ঘৰত? নোৱাৰি। ইহঁতৰ লগতে মই থাকিবই লাগিব।

আকৌ বুকুত নতুন বল বান্ধি ল'লোঁ, এবাৰ সুবিধা বুজি চকুৰ ইংগিতেৰে বিভুক মাতি নি সকলো কথা কওঁতে প্ৰথমে সি জ্বলি উঠি ক'লে: “চালা বেইমান। তই ময়লা খালি বুলি ময়ো খাম বুলি ভাবি ল'লি?”

“তাক মই সকলো কথা ধীৰেৰে এটা এটাকৈ বুজাই দিলোঁ। বুকুত লগাকৈ বুজাই দিলোঁ তাৰ ঘৰৰ দাৰিদ্ৰ্যৰ কথা, মুহূৰ্ততে তাৰ চকু দুটা অন্য এটা প্ৰতিশোধত যেন তিৰবিৰাই উঠিল আৰু সেই মুহূৰ্তত —তাৰ চকুৰ তিৰবিৰণি চাই মনত হ'ল যেন, আকাশৰপৰা আৰু এটি নক্ষত্ৰ এই মুহূৰ্তত খহি পৰিল। তাৰ পাছত সি ক'লে, “চালা তই মোৰ ভাল চকু ফুটালি। নহ'লে চিৰদিন অন্ধ হয়েই কটালোঁহেঁতেন। দে, চালা দে, সমান পইচাৰ ভাগ দে। আমাৰ এই নতুন দিনটোৰ



মহৰৎ বেলেগ আড়ম্বৰেৰে হ'ব লাগিব বুজিছ—” কিন্তু কেনেকৈ বুলি মই প্ৰশ্ন কৰাৰ লগে লগে সি কাণে কাণে যিটো কথা ফুচ্‌ফুচাই কলে, মই মান্তি নহৈ নোৱাৰিলোঁ। তাৰ ৰুচিজ্ঞান আছে দেখিছোঁ। তাৰ পাছত আমি যি ঠাই পালোঁহি সেইখন নামত চাহৰ দোকান। কিন্তু পইচা দিলে ইয়াত সকলো পোৱা যায় বুলি অনুমান হ'ল। ঠিকেই যিটোৰে আমাৰ নতুন জীৱনৰ মংগলৰ কাৰণে ‘ছেলিব্ৰেট’ কৰিলোঁ, সেইবিধ ধৰাৰ পাছত দেখিলোঁ বিভুৱে যেন বমি কৰি দিব। নতুন কাৰণেই এনে হৈছে। সময়ত সি আনক শিক্ষা দিব পাৰিব। মোৰ একো নহ'ল বিশেষ। তাতে গ্ৰাহকক মন ভাল লগোৱাকৈ সময়ৰ স'তে দোকানখনে মিলাই লৈছিল জাজ সংগীতেৰে। নিগ্ৰো সংগীতজ্ঞৰ জাজৰ ছিম্ফনিয়ে বিভুৰ ৰাগীক আৰু মতলীয়া কৰি তুলিলে, সি যেন তাতেই সন্তুষ্ট হ'ব নোৱাৰি এলভিছ প্ৰিছলীৰ পুৰণা সংগীতৰ টুকুৰা কেইটামান চোবাবলৈ লাগিল: “আই লাভ ইউ বিকজ ইউ আণ্ডাৰষ্টেণ্ড ডিয়েৰ, দা' ড'ৰ টু-হেপিনেছ ইউ অপিন ৱাইড···”

বেছিপৰ তাত থাকিলে কাৰোবাৰ চকুত পৰি যাম বুলি সোনকালেই ওলাই আহিলোঁ, আমাৰ পুৰণা আড্ডালৈ। ৰমেনহঁত তেতিয়াও খবৰকাগজ লৈ ব্যস্ত। প্ৰথমে আমাক কিবা সন্দেহ কৰিয়েই নেকি অলপ সন্দেহযুক্ত দৃষ্টিৰে যেন মণ্টুৱে চালে। কিন্তু সি আমাতকৈ অলপ সৰু। কিবা বুজিলেও ক'বৰ সাহ ক'ত? কিন্তু বিভুক লৈ এনেকুৱা হ'ব বুলি মই ভাবিব পৰা নাছিলোঁ। অনৰ্গল সি কাৰোবাক নহয় কাৰোবাক গালি পাৰিলে, যিবোৰ আন মানুহে শুনিলে, সততে আমাক পোনপ্ৰথম বাৰৰ কাৰণে গুণ্ডা বা অসৎ জাতীয় শব্দৰে সজোৱাৰ আশা কৰিব পাৰি। তাৰ পাছত সি ৰমেনহঁতক বুৰ্বক বুলি বখানিলে। কিন্তু তেতিয়াও ৰমেনহঁতে বুজিব পৰা নাছিল। কিন্তু এবাৰ ভয় কৰি থকা কথাটোকে বিভুৱে সিহঁতক কৈ দিলে।

মণ্টুৱে এইবাৰ মুখ খুলি ক'লে: “কুকুৰহঁতক মদ খাবলৈ যদি পইচাই লাগে, আমাৰ ওচৰত চান্দা নিবিচাৰি চুনীলাল বিহগুটিৰ-পৰা লৈ আমাৰ বদনাম আনিবি কিয়?”

মণ্টুৱে ক'বলৈহে পালে, অপমানত আটাইজাক গৰজি উঠিল আৰু এবাৰ গম পালোঁ মোৰ গালত কৰোবাৰ এটা চৰ পৰিছে। বিভুৰ গাতো পৰিছিল হ'বলা। ভালকৈ চাবলৈ সময় নাছিল। তাৰ জ্ঞান উভতি আহিছিল নেকি, ক'ব নোৱাৰোঁ; কিন্তু সি কান্দি কোৱা যেন শুনিলোঁঃ "মইতো ভাল হ'বলৈকে যত্ন কৰিছিলোঁ, কিন্তু···কিন্তু···।"

মই পলালোঁ। নপলাই উপায়ো নাছিল। ভাল হ'বলৈ যত্ন কৰিও, বিভু ভাল হ'ব নোৱাৰা অন্য এক দুখতে সি কান্দিছে। তাক মই জানো, আৰু মই জানো নিজকে। আমাৰ দৰে কিছুমান মানুহ হৈ জীয়াই থাকিবলৈ বিচৰা এই যুগৰ দুৰ্ভগীয়াই হয়তো এনেকৈয়ে কান্দে আৰু ত্ৰিশংকুৰ দৰে ওলমি হলাহলক পান কৰি কয়—

অমৃত।

বিভুকো এখন সমব্যথী হৃদয় লাগে। কিন্তু ক'ত সেই হৃদয় আছে ময়ো নেজানো নেদেখোঁ। কিন্তু মই পলাইছোঁ। কিয় পলাইছোঁ মই নিজেও নাজানো।

হয়তো এটা নিৰ্ভয় কৰিব পৰা আশ্ৰয় বিচাৰি। সেই আশ্ৰয় জানো পাম?

নাজানো।

মই কেৱল আজি জানোঃ
আজি মই পলাব লাগিব।
আৰু পলাইছোঁ।

—